নাট্যগুৰু চেক্‌ছপিয়েৰৰ

অমৰ-নাট 'Merchant of Venice'ৰ

অসমীয়া ৰূপান্তৰ

# বণিজ-কোঁৱৰ

[ অমিত্ৰাক্ষৰ ছন্দত লিখা পাঁচ-অঙ্কীয়া নাট ]


ৰচোতা

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা এম-এ, বি-এল, বি-টি

অধ্যাপক কটন কলেজ

লতাশিল

গুৱাহাটী



২য় তাঙৰণ

১৯৫০ চন

চপলা বুক ষ্টল

অসমৰ বৃহত্তম পুস্তক প্ৰকাশ আৰু প্ৰচাৰ-প্ৰতিষ্ঠান

শিলং

প্ৰকাশক
শ্ৰীবিধুভূষণ চৌধুৰী
অসমীয়া সাহিত্য মন্দিৰ
শিলং, গুৱাহাটী

১ম তাঙৰণ···১৯৪৬ চন
২য় তাছৰণ · ১৯৫০ চন

মূল্য আঠৈ টকা

ছপা ক'ৰোতা
শ্ৰীললিত মোহন ৰায়
ললিত প্ৰেছ
৫, মদন মিত্ৰ লেন,
কলিকতা

# —অৰ্পণ—

সুবিখ্যাত সঙ্গীত-কবি,

**শ্ৰীযুত উমেশচন্দ্ৰ চৌধাৰী বি-এল,**

দেৱৰ প্ৰতি :—

শ্ৰদ্ধেয় দদা!

মহাদেউৰ ননেৰে কুবেৰ চহকা হোৱাৰ নিচিনাকৈ মোৰ প্ৰায় আটাইকেইখন নাটেই কম-বেছি পৰিমাণে আপোনাৰ ৰচিত সুললিত গীতেৰে মুখৰিত। এই 'বণিজ-কোঁৱৰ'ৰ বাণতো গোটেইখিনি আপোনাৰ গীতৰেই ঝঙ্কাৰ। কৃতজ্ঞতাৰ সামান্য চিন স্বৰূপে মোৰ এই নাটখনিকে ভক্তিভাৱে আপোনাৰ হাতত তুলি দিলোঁ। গ্ৰহণ কৰে যেন। ইতি—

লতাশিল
গুৱাহাটী
১০।৯।৪৫

বিনীত—

**অতুল**

# পাতনি

## অধ্যাপক শ্ৰীযুত তাৰিণীকান্ত ভট্টাচাৰ্য্য এম এ

'বণিজ-কোঁৱৰ' মহাকবি চেকছ্‌পিয়েৰৰ 'মাৰ্চ্চেণ্ট অব্ ভেনিচ' নামৰ বিখ্যাত নাটকৰ অসমীয়া ৰূপান্তৰ। নাটকৰ আখ্যানভাগ অসমীয়া সমাজৰ ইংৰাজী শিক্ষাপ্ৰাপ্ত অংশৰ ভিতৰত সুপৰিচিত কিয়নো এই ইংৰাজী নাটকখনি বহুত সময়ত স্কুল-কলেজৰ পাঠ্যভুক্ত হৈ আহিছে। অসমীয়া ভাষাত নাটখনি গল্পাকাৰে প্ৰথমপ্ৰথমে শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াৰ 'ভেনিচৰ সাউদ'ত প্ৰকাশ হয়। তাৰ পিছৰ উল্লেখযোগ্য প্ৰকাশ শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকাদেৱৰ এই 'বণিজ কোঁৱৰ' নাটকখনেই। ভাষা এটাৰ অনুবাদতকৈ ভিন্ন ভাষাৰ নাটক এখনক ৰূপান্তৰিত কৰা বেছি জটিল, কাৰণ 'মাৰ্চ্চেণ্ট অব্ ভেনিচ'ক তেনে কৰাত অধিকতৰ জটিলতাৰ সম্মুখীন হোৱাৰ সম্ভাৱনা আছে। ইহুদী আৰু খৃষ্টান-সকলৰ মাজত যি ঐতিহাসিক ঘৃণা আৰু কাজিয়া আছিল, সেয়ে ছাইলকক কোনো এক বিশেষ পদ্ধতি অৱলম্বন কৰিবলৈ অনুপ্ৰেৰণা দিয়ে। আনকি, এয়ে পাঠকৰ মনত ছাইলকৰ প্ৰতি কিছু সহানুভূতিৰো উদ্ৰেক কৰে। আজি ছাইলকৰ প্ৰতি কিছু সহানুভূতিশীল সমালোচকৰ সংখ্যা নিচেই তাকৰ নহয়। অসমীয়া নাট্যকাৰে প্ৰথমতে এই জাতি-ধৰ্ম্মগত দ্বেষৰ পটভূমিটো কেনেকৈ অঙ্কিত কৰিছে তাক চাবলগীয়া।

তেওঁৰ কৃতকাৰ্য্যতা এই কথাৰ ওপৰত কম নিৰ্ভৰ নকৰে। কোনো কৃত্ৰিম চেলুৰে নচলিব কাৰণ তেতিয়া হলে গভীৰ অনুভূতিৰ জন্ম নহব আৰু সেয়ে হলে অন্য বহুতো ক্ৰিয়া-কলাপৰ শিপা শুকাই যাব।

অসমীয়া নাট্যকাৰৰ ঘটনা-যোজনাটো এই :—

কামৰূপী সাউদ অমিয়কুমাৰৰ বন্ধু বসন্তকুমাৰে ৰংপুৰৰ ৰূপে-গুণে, ঐশ্বৰ্য্যে বিভৱে চহকী কুমাৰী প্ৰতিভাক বিবাহ কৰিবলৈ টকাৰ অভাৱত পৰাত বণিজ-কোঁৱৰ তেওঁৰ পৰম বন্ধু অমিয়কুমাৰৰ ওচৰ চাপে। অমিয়কুমাৰৰ হাতত তেতিয়া নগদ টকা নাছিল। তেওঁৰ সকলোবিলাক ডিঙা বাণিজ্যৰ নিমিত্তে সিংহল, যাভা আদি দূৰ দেশলৈ গৈছিল। উপায়ান্তৰ হৈ অমিয়কুমাৰে তেওঁৰ চিৰশত্ৰু চন্দনমলৰ ওচৰত এখন খত দি তিনি হেজাৰ টকা ধাৰলৈ লৈ এই টকা বন্ধু বসন্তকুমাৰক দিলে। খতত কিন্তু চন্দনমলৰ ইচ্ছামতে এটা আচৰিত ধৰণৰ স্বৰ্ত্ত লিখা হয়। নিৰ্দ্দিষ্ট দিনত টকা পৰিশোধ কৰিব নোৱাৰিলে অমিয়কুমাৰে নিজৰ বুকৰ পৰা আধা সেৰ মাংস কাটি নিবলৈ দিব। অমিয়কুমাৰে খুব বিশ্বাস কৰিছিল মাংস কাটি দিবলগীয়া অৱস্থা তেওঁৰ নহব বুলি।

টকা হাতত লৈ বসন্তকুমাৰে উজনি-ৰংপুৰৰ জীয়াৰী প্ৰতিভাৰ ওচৰ পালেগৈ। এই ৰূপহীৰ পাণি-প্ৰাৰ্থনা কৰি সিন্ধুৰাজ, দৰঙী-কোঁৱৰ আদিকে ধৰি বহুতো কোঁৱৰে আগতে ৰংপুৰ পাইছিলগৈ। কিন্তু প্ৰতিভা আইদেউৰ বিবাহ তেওঁক

স্বৰ্গীয় দেউতাকে এৰি থৈ যোৱা এটা সাথৰৰ সমাধানেৰেহে হব লাগে। সোণ, ৰূপ, আৰু লোৰ তিনিটা সফুৰাৰ, এটাৰ ভিতৰত তেওঁৰ প্ৰতিচ্ছবি গুপুতে লুকাই থোৱা হৈছিল। যিজন ডেকাই ইয়াৰ ভিতৰৰ পৰা প্ৰতিচ্ছবি থকা সফুৰাটো বাছি লব পাৰে, তেৱেঁইহে প্ৰতিভাৰ পাণি পাব। বসন্তকুমাৰেই সঠিক সফুৰাটো বাছি উলিয়াই প্ৰতিভাক লাভ কৰিলে। কিন্তু এই আনন্দৰ মাজতে বিধিমতে বিবাহ হবলৈ পোৱাৰ আগতে গুৱাহাটীৰ পৰা উদ্বেগজনক বাতৰি বসন্তকুমাৰে পালে: অমিয়কুমাৰৰ দুৰ্দ্দিন। আটাইবিলাক ডিঙা সাগৰত নিৰুদ্দেশ হৈছে। চন্দনমলৰ খতৰ টকা দিয়া হোৱা নাই। দিন উকলি গৈছে। দলিল দাখিল হৈছে।

প্ৰতিভাৰ অনুমতিক্ৰমে সেই দিনাই প্ৰতিভাৰ পৰা অজস্ৰ টকা হাতত লৈ বসন্তকুমাৰে গুৱাহাটীলৈ যাত্ৰা কৰিলে। ইতিমধ্যে প্ৰতিভায়ো পুৰুষৰ বেশ লৈ ডেকাফুকনৰ সাজপাৰ পিন্ধি আদালতত হাজিৰ হৈ বৰফুকনৰ অনুমতিক্ৰমে চন্দনমল অমিয়কুমাৰৰ গোচৰ সুধিবলৈ ধৰে। বিচাৰত অমিয়কুমাৰ ৰক্ষা পৰিল। চন্দনমলৰ সৰ্ব্বনাশ হল। মাংস আধা সেৰ পোৱাৰতো কথা নুঠিলেই, আনকি মূলধনখিনিও চন্দনে নাপালে; বৰং নিজৰ বাকী সম্পত্তিও গ'ল আৰু শেষত কামৰূপী ভাষা, কৃষ্টি গ্ৰহণ কৰিবলগীয়াত পৰিল। অন্য পিনে মহা আনন্দৰ মাজত বসন্ত-প্ৰতিভাৰ বিবাহ হৈ গল। এই আনন্দৰ মাত্ৰা আৰু চৰিল পলুৱাই নিয়া চন্দনৰ জীয়েক

পতুমাৰে সৈতে কামৰূপী দিবাকৰৰ, আৰু বসন্তৰ সহচৰ নিৰঞ্জন আৰু প্ৰতিভাৰ সহচৰী নিৰ্ম্মলাৰ ভিতৰত হোৱা মিলনৰ দ্বাৰা।

এইদৰে ইংৰাজ নাট্যকাৰৰ ঘটনা-যোজনা হুবহু অনুকৰণ কৰা হৈছে। এইখিনি কৰোঁতে আমাৰ নাট্যকাৰে যথেষ্ট পাৰ্গতালিও দেখুৱাইছে। ভেনিচ নামটোত বাণিজ্যৰ যি স্মৃতি জড়িত আছে, গুৱাহাটীৰ (নামটো অৱশ্যে আধুনিক) এই অঞ্চলতো নৌ-বাণিজ্যৰ তেনে স্মৃতি জড়িত নথকা নহয়। চান্দো সদাগৰৰ ডিঙাৰ কথা ইয়াত খুব প্ৰচলিত। অসমীয়া জাতীয়তাবাদী কৱি-নাট্যকাৰে এই সুযোগতে তেওঁৰ কল্পনাৰ সকলো ঐশ্বৰ্য্য ঢালি প্ৰাচীন কামৰূপৰ নৌ-বাণিজ্যৰ এক সোণালী চিত্ৰ অঙ্কিত কৰিছে। ঠিক একেদৰে বেলমণ্টৰ পৰিচয়াৰ ধন-ৰস-ৰূপ ৰংপুৰৰ প্ৰতিভা আইদেউত উপযুক্ত ভাবেই চিত্ৰিত হৈছে। ৰংপুৰ নামটোতো যথেষ্ট উন্মাদনা অনুভৱ কৰাৰ কাৰণ আছে। কৱিৰ কামৰূপী বাণিজ্য সুদূৰপ্ৰসাৰী আছিল।

"মানদেশ, বঙ্গদেশ, মাদ্ৰাজ বোম্বাই
সুদূৰ মালয় যাভা আৰু বলি দ্বীপ
ঠায়ে ঠায়ে গল যত বণিজৰ ডিঙা"।

কৱিৰ কাম্যভূমি কামৰূপ-প্ৰাগজ্যোতিষত
প্ৰচলিত সোণৰ মোহৰ
চিত্ৰ তাৰ ওপৰত কামাখ্যা দেৱীৰ।

কিন্তু মূল কথা হ'ল—দেছুৱালী চন্দনমল ছাইলকৰ ৰূপান্তৰ হয় নে নহয়? অৰ্থাৎ দেছুৱালী আৰু কামৰূপীৰ ভিতৰত খৃষ্টান

আৰু ইহুদীৰ ভিতৰত থকাৰ দৰে জাতি-ধৰ্ম্মগত ঘৃণা-দ্বেষ আছে নে নাই? অর্থাৎ চন্দনমলৰ গাত কোনো এটা বিশেষ সম্প্রদায়ৰ প্রতিনিধিত্ব আছে নে নাই? নাটকৰ প্রয়োজন পুৰাবৰ বাবে গভীৰ অনুভূতিৰ উদ্রেক কৰিবলৈ কাজিয়া নথকা ঠাই এখনত কাজিয়া এটা কল্পনা কৰাও সমীচীন নহব কাৰণ তাৰ ফল বিষময় হব পাৰে। অসমীয়া কৱি-নাট্যকাৰে এই বিপদৰ পৰাও অতি চতুৰভাবে উত্তীর্ণ হৈছে। তাকে কৰিবলৈ যাওঁতে তেওঁ অৱশ্যে মূলৰ পৰা অলপ ফালৰি কাটিছে। তাৰ পৰা নাটকৰ অনুভূতিৰ বিশেষ ক্ষতি-খুন হোৱা নাই। আমাৰ কৱিৰ চন্দনমলৰ পৰিচয় যদিও দেছুৱালী বুলিহে দিয়া হৈছে, তেওঁৰ প্রকৃত পৰিচয় অৱশ্যে অলপ বেলেগ। তেওঁ এজন অনা-অসমীয়া। তেওঁৰ সকলো ব্যৱহাৰ অসমীয়াৰ ভাষা-কৃষ্টি আচাৰ-পদ্ধতিৰ পৰিপন্থী। গতিকে দেছুৱালী সম্প্রদায়ে অসমীয়া কৱিৰ ওপৰত বিশেষভাবে ৰুষ্ট হবৰ কোনো কাৰণ নাই। এইটো জন-শুনা কথা যে অসমত ভাষা, আচাৰ-পদ্ধতি আদি বিষয়ত অনা-অসমীয়া আৰু অসমীয়াৰ মাজত সংঘর্ষ চলি আহিছে। অসমীয়া কৱিয়ে এই সংঘৰ্ষকে অৱলম্বন কৰিছে অর্থাৎ ইংৰাজী নাটকৰ মূলতঃ ধৰ্ম্মগত সংঘর্ষৰ ঠাই অসমীয়া নাটকত ভাষাকৃষ্টিগত সংঘৰ্ষই অধিকাৰ কৰিছে। এইখিনিয়েই সংঘৰ্ষটোৰ শ্রেণীগত পার্থক্য। অনুভূতি জগোৱা শক্তিত হলে অসমীয়া কৱিৰ যোজনাটো কোনো গুণে হীন বুলি ভাবিবৰ প্রয়োজন নাই। এইটো স্পষ্ট কথা—অসমীয়াই ভাষা

কৃষ্টি বিষয়ে গভীৰ ভাৱে অনুভৱ কৰি আহিছে। ব্যক্তি হিচাপে চন্দন দেছুৱালী সুতখোৰ মহাজন। সম্প্ৰদায় হিচাপে তেওঁ অনা অসমীয়া। এই সংঘৰ্ষটোত এটা অন্য পাৰ্থক্যও আছে। ই হৈছে এই যে যদিও এনে সংঘৰ্ষ আছে, তথাপি তোক অনা-অসমীয়াই ন্যায্যতঃ আপত্তি কৰিব পৰা ধৰণৰ ব্যৱহাৰ অসমীয়াই আজিও কৰা নাই বৰং অসমীয়া লোক আচৰিতৰূপে অতিথিপৰায়ণ বুলি বিদেশীয়েও স্বীকাৰ কৰা শুনা যায়। নাটকৰ অমিয়কুমাৰ কিন্তু তেনেকুৱা নহয়। তেওঁ চন্দনমলৰ প্ৰতি যথেষ্ট দুৰ্ব্ব্যৱহাৰ কৰিছে।

ভাষা-কৃষ্টিগত সংঘৰ্ষৰ অৱতাৰণা কৰিব লগা গতিকে বিচাৰৰ শেষত চন্দনমলৰ ওপৰত পৰা শাস্তিৰ কিয়দংশও ছাইলকৰ ওপৰত বিহিত হোৱা শাস্তিতকৈ ভিন্ন হ'ল। ছাইলকক অনান্য শাস্তিৰ লগতে ইহুদী ধৰ্ম্মৰ ঠাইত খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰিবলৈ বাধ্য কৰা হৈছিল। চন্দনমলক কিন্তু অসমীয়া ভাষা-কৃষ্টি গ্ৰহণ কৰিবলৈ বাধ্য কৰা হ'ল ঃ—

"লাগিব চন্দনমলে
গ্ৰহণ কৰিব আমাৰ কামৰূপী কৃষ্টি
কামৰূপী ভাষা, কামৰূপী আচাৰ বিচাৰ
মিলি যাব এক হই আমাৰ লগত।"

গোটেইখন নাটকতে কবিয়ে কামৰূপৰ অতীতক কবিত্বপূৰ্ণ সোণালী ৰঙত অঙ্কিত কৰিছে। বাণিজ্য আদিত আগবঢ়াৰ উপৰিও অতীতত কামৰূপৰ মানুহবিলাকৰ আত্মসন্মান জ্ঞান

বেছি আছিল। অমিয়কুমাৰ বসন্তকুমাৰৰ অকল "প্ৰিয়তম বন্ধু মোৰ, উত্তম পুৰুষে"ই নহয়,

"মানুহৰ সমাজত শীৰ্ষস্থান যাৰ
করুণাৰ মূৰ্তিমন্ত অৱতাৰ যেওঁ।
অতুল ঐশ্বৰ্য্যশালী—
দানী, মানী, জ্ঞানী,
যি জনাৰ স্নেহৰ দুৱাৰ
মোৰ বাবে সদায় মুকলি
মহত্বত—দয়া-দাক্ষিণ্যত
অতীতৰ কামৰূপী সম।

'অতীতৰ কামৰূপী' বুলিলে সম্মানৰ অন্য কোনো চাৰ্টিফিকেট নালাগিছিল।

ৰংপুৰ-জীয়ৰী প্ৰতিভা আইদেউতো সেইদৰে পৰ্ছিয়াৰ সকলো গুণ ৰক্ষিত হৈছে। প্ৰতিভা দেৱীৰ বুদ্ধি, প্ৰত্যুৎপন্নমতিত্ব বিচাৰ-শক্তি, বগৰপ্ৰিয়তা, যোগ্যতা, বিদ্যা অথচ মাধুৰ্য্য, আৰু অমায়িকতা মূঠতে, তেওঁৰ উচ্চ ব্যক্তিত্ব ৰাধা-ৰুক্মিণী জয়মতীৰ দেশত আচৰিত নহয়। তেনে ব্যক্তিত্ব বৰ্ত্তমান কিছু বিৰল হোৱাটোহে পৰিতাপৰ কথা।

প্ৰেম আৰু পৰিণয়ৰ দৃশ্যবিলাকতো অসমীয়া নাট্যকাৰে সমানে দক্ষতা দেখুৱাইছে। বসন্তকুমাৰক সঁফুৰা বাঁছি লবলৈ যোৱাৰ সময়ত প্ৰেম-শঙ্কিতা প্ৰতিভাই ব্যৱহাৰ কৰা ভাষাক অনুবাদ বুলি ধৰিবলৈকেই টান—

"যোৱা, যোৱা অ'গবাঢ়ি বিজয় গৰ্ব্বেৰে
জীৱনসঙ্গিনী পাবা হোমৰ কাষত।
যোৱা, যোৱা হে মোহন!
প্ৰেম যদি সত্য হয়
সত্য হয় অন্তৰৰ কামনা আমাৰ
হৰধনু ভঙ্গ কৰি বিদেহ সভাত
যিদৰে ৰামচন্দ্ৰে লভিলে সীতাক
সেইদৰে প্ৰিয়তম! তুমিও নিশ্চিত
পিন্ধিবা বিজয়-মালা তোমাৰ শিৰত।
কম্পিত বক্ষেৰে তুমি যোৱা হে সুন্দৰ
মন দিয়া, বল দিয়া ভাগ্যৰ লগত।"

নাটকৰ শেষৰ বিখ্যাত Moonlit Scene in the gardenত লৰেঞ্জো আৰু জেছিকাৰ সঙ্গীতময় প্ৰেমালাপৰ অসমীয়া ৰূপান্তৰ কোনো গুণে অযথেষ্ট হৈছে বুলিব নোৱাৰি। সঙ্গীতৰ সম্মোহিনীত—

"ইমানেই সঙ্গীতৰ সম্মোহিনী সুৰ
বনৰ দুৰ্দ্দান্ত পশু হয় যাৰ বশ।
কালান্তক যমপ্ৰায় দয়ামায়াহীন
অঘাসুৰ বকাসুৰ কংস-অনুচৰে
কানুৰ মোহন বেণু শুনিলে যেতিয়া
ক্ষন্তেক থিয় দি বল কৰ্ত্তব্য পাহৰি
যমুনা তীৰৰ সেই বিবিন্দাবনত।"

মিলনৰ দিনক অসমীয়া কৰিয়ে জাতীয় ঠাঁচত যথেষ্ট কৃতিত্বেৰে প্ৰকাশ কৰিছে—

"এনুৱা জোনালি নিশা তাহানি এদিন
দ্বাৰকাৰ পৰা আহি কোঁৱৰ অনিৰুদ্ধ
পশিছিল অগ্নিগড় বাণ-ৰাজধানী
ৰূপহীৰ মন্দিৰাত হল অৱৰুদ্ধ।
এনুৱা জোনালি নিশা তাহানি এদিন
নিয়ৰত তিতি থকা কুণ্ডিল কূলত
দ্বাৰকাপতিৰ ৰথ দেখি অদূৰত
শিশুমতি শিশুপাল কঁপিল ভয়ত।
এনুৱা জোনালি নিশা তাহানি এদিন
সমুদ্ৰ তীৰত বহি শ্ৰীৰামচন্দ্ৰই
কেচুৱা লৰাৰ দৰে মাতিলে বিনাই
"আদৰিণী প্ৰিয়া মোৰ জনক-নন্দিনী
আহাঁ প্ৰিয়ে! আহাঁ ঘূৰি মোৰ বুকুলই
যাওঁ পুনু জন্মভূমি অযোধ্যাৰ ফালে।"
"এনুৱা জোনালি নিশা তাহানি এদিন
মৰিও জীৱন পোৱা কামক সাৱটি
ৰতিয়ে যৌৱন লাভ কৰিলে দুনাই"

অসমীয়া কৱিৰ বহুৱা মেমেৰা মেধি আৰু ভকতৰাম বৰমেধিত ইংৰাজ কৱিৰ Lancelot Gobbo আৰু Old Gobboৰ নির্দ্দোষ প্ৰতিচ্ছবি পোৱা যায়। গতিকেই এই দুই মহাপুৰুষত মূলৰ বৈশিষ্ট্য অৰ্থাৎ Comedy of foolery মূৰ্খালিৰ বহুৱালি বৈ গৈছে। মুৰ্খ হিচাপে সন্তানতকৈ তাৰ বাপেকেই স্বাভাৱিকতে ডাঙৰ। বহুৱাৰ সমাজত অৱশ্যে ইহঁতৰ আসন অতি উচ্চ শ্ৰৱণৰ মুঠেই নহয়। ভকতৰাম বৰমেধিৰ নিচিনা মানুহ প্ৰায় সকলো গাঁৱলীয়া সমাজতেই পোৱা যায়। মেমেৰা বাপেকতকৈ যথেষ্ট টেঙৰ। অৱস্থাৰ ওপৰত অধিকাৰো তাৰ গোটেই কম নহয়:—

"যোৱা, যোৱা আগবাঢ়ি বিজয় গৰ্ব্বেৰে
জীৱনসঙ্গিনী পাবা তোমৰ কাষত।
যোৱা, যোৱা হে মোহন!
প্ৰেম যদি সত্য হয়
সত্য হয় অন্তৰৰ কামনা আমাৰ
হৰধনু ভঙ্গ কৰি বিদেহ সভাত
যিবা দৰে ৰামচন্দ্ৰে লভিলে সীতাক
সেইদৰে প্ৰিয়তম! তুমিও নিশ্চিত
পিন্ধিবা বিজয়-মালা তোমাৰ শিৰত।
কম্পিত বক্ষেৰে তুমি যোৱা হে সুন্দৰ
মন দিয়া, ৰ। দিয়া ভাগ্যৰ লগত।"

নাটকৰ শেষৰ বিখ্যাত Moonlit Scene in the gardenত লৰেঞ্জো আৰু জেছিকাৰ সঙ্গীতময় প্ৰেমালাপৰ অসমীয়া ৰূপান্তৰ কোনো গুণে অযথেষ্ট হৈছে বুলিব নোৱাৰি। সঙ্গীতৰ সম্মোহিনীত—

"ইমানেই সঙ্গীতৰ সম্মোহিনী সুৰ
বনৰ উদ্দাম পশু হয় যাৰ বশ।
কালান্তক যমপ্ৰায় দয়া-মায়াহীন
অঘাসুৰ বকাসুৰ কংস-অনুচৰে
কানুৰ মোহন বেণু শুনিলে যেতিয়া
ক্ষন্তেক থিয় দি ৰল কৰ্ত্তব্য পাহৰি
যমুনা তীৰৰ সেই বিবিন্দাবনত।"

মিলনৰ দিনৰ্ক অসমীয়া কৰিয়ে জাতীয় ঠাঁচত যথেষ্ট কৃতিত্বেৰে প্ৰকাশ কৰিছে—

"এমুৱা জোনালি নিশা তাহানি এদিন
দ্বাৰকাৰ পৰা আহি কোঁৱৰ অনিৰুদ্ধ
পশিছিল অগ্নিগড় বাণ-ৰাজধানী
ৰূপহীৰ মন্দিৰাত হল অৱৰুদ্ধ।
এমুৱা জোনালি নিশা তাহানি এদিন
নিয়ৰত তিতি থকা কুণ্ডিল কূলত
দ্বাৰকাপতিৰ ৰথ দেখি অদৰত
শিশুমতি শিশুপাল কঁপিল ভয়ত।
এমুৱা জোনালি নিশা তাহানি এদিন
সমুদ্ৰ তীৰত বহি শ্ৰীৰামচন্দ্ৰই
কেচুৱা লৰাৰ দৰে মাতিলে বিনাই
"আদৰিণী প্ৰিয়া মোৰ জনক-নন্দিনী
আহাঁ প্ৰিয়ে! আহাঁ ঘূৰি মোৰ বুকুলই
যাওঁ পুনু জন্মভূমি অযোধ্যাৰ ফালে।"
"এমুৱা জোনালি নিশা তাহানি এদিন
মৰিও জীৱন পোৱা কামক সাৱটি
ৰতিয়ে যৌৱন লাভ কৰিলে দুনাই..."

অসমীয়া কৰিৰ বহুৱা মেমেৰা মেধি আৰু ভকতৰাম বৰমেধিত ইংৰাজ কৰিৰ Lancelot Gobbo আৰু Old Gobboৰ নিৰ্দোষ প্ৰতিচ্ছবি পোৱা যায়। গতিকেই এই দুই মহাপুৰুষত মূলৰ বৈশিষ্ট্য অৰ্থাৎ Comedy of foolery মূৰ্খালিৰ বহুৱালি বৈ গৈছে। মূৰ্খ হিচাপে সন্তানতকৈ তাৰ বাপেকেই স্বাভাৱিকতে ডাঙৰ। বহুৱাৰ সমাজত অৱশ্যে ইহঁতৰ আসন অতি উচ্চ ধৰণৰ মুঠেই নহয়। ভকতৰাম বৰমেধিৰ নিচিনা মানুহ প্ৰায় সকলো গাঁৱলীয়া সমাজতেই পোৱা যায়। মেমেৰা বাপেকতকৈ যথেষ্ট টেঙৰ। অৱস্থাৰ ওপৰত অধিকাৰো তাৰ গোটেই কম নহয়:—

"দিবাকৰ—পিছে ক'চোন মেমেৰা ! সেই যে কুলা মাইকীজনী—অলপতে তাইৰ যি এটি কেছুৱা উপজিছে তাৰ বাপেক কোন ? তয়েই নহৱ জানো ?

মেমেৰা—কুলীৰ জাত দোতা ! কুলাৰ জাত। তাইৰ স্বভাৱ চৰিত্ৰ বৰ বেৰাপ। মই তাঁলৈ কি পৰোৱা কৰো দোতা ?

দিবাকৰ—এৰা অ' মেমেৰা। যত দোষ নন্দ ঘোষ। এতিয়া সকলো দোষ থলিগৈ কুলা মাইকীজনীৰ ওপৰতহে। তই যে একেবাৰে নমো নমো পাৰিজাত।"

দিবাকৰৰ মতে মেমেৰাই,

'পেটে পেটে জানে বহু কথা
শিকা নাত কৰলই সজাইপৰাই।"

এইদৰে, অসমীয়া কৰিয়ে নিজক বহুতো বাধ্য-বাধকতাৰ ভিতৰত ৰাখিও মহাকৱি ছেক্সপিয়েৰৰ নাটক অসমীয়ালৈ ৰূপান্তৰিত কৰাত আমাৰ ভাষাৰ পৰা লবপৰা সম্পদৰ যথাসম্ভৱ সদ্ব্যৱহাৰ কৰিব পাৰিছে বুলি বিশ্বাস।

সামৰণিত কব পাৰি বিভিন্ন অসমীয়া নাট্যকাৰৰ ৰচিত ছেক্সপিয়েৰ-নাট্যাৱলীৰ ভ্ৰমৰঙ্গ, চন্দ্ৰাৱলী, অমৰ-লীলা, তাৰা, ভীমদৰ্প আদি মণিমালাৰে গথা যিধাৰি ৰত্নহাৰ অসম-জননীৰ ডিঙিত শোভিছে হাজৰিকাদেৱৰ 'বণিজ-কোঁৱৰ' আৰু 'অশ্ৰু-তীৰ্থ'য়ো তাৰে দুটি উজ্জ্বল মণি হৈ জেউতি চৰাইছে। সাত-সাগৰৰ সিপাৰৰ পাশ্চাত্য সমাজত সৰবৰহী নাটক এখনক এই-দৰে অসমীয়া 'বণিজ-কোঁৱৰ' স্বৰূপে নিপুণতাৰে আত্মবঢ়াবলৈ সমৰ্থ হৈ আমাৰ বন্ধু কৱি-নাট্যকাৰে তেওঁৰ কাপৰ সন্মান অক্ষুণ্ণ ৰাখিব পাৰিছে বুলি আমি আশা কৰো।

— × —

# চৰিত্ৰ

| | | |
|---|---|---|
| বৰফুকন [ The Duke Venice ] | ... | গুৱাহাটীৰ বৰফুকন |
| সিন্ধুৰাজ [ The Prince of Morocco ] | | প্ৰতিভাৰ পাণিপ্ৰাৰ্থী |
| নৰসিংকোঁৱৰ [The prince of Arragon ] | | প্ৰতিভাৰ পাণিপ্ৰাৰ্থী |
| অমিয়কুমাৰ [ Antonio ] | ... | গুৱাহাটীৰ প্ৰসিদ্ধ সাওদ |
| বসন্তকুমাৰ [ Bassanio ] | ... | অমিয়ৰ বন্ধু, প্ৰতিভাৰ পাণিপ্ৰাৰ্থী |
| সুৰেশ্বৰ ৰাজখোৱা [ Salanio ] | | অমিয় আৰু বসন্তৰ বন্ধুবিলাক |
| শিৱনাথ গোহাঁই [ Salarino ] | | অমিয় আৰু বসন্তৰ বন্ধুবিলাক |
| মহেশ্বৰ বৰুৱা [ Salario ] | | অমিয় আৰু বসন্তৰ বন্ধুবিলাক |
| নিৰঞ্জন শইকীয়া [ Gratiano ] | | অমিয় আৰু বসন্তৰ বন্ধুবিলাক |
| দিবাকৰ বৰবৰা [ Lorenzo ] | ... ... | পদ্মীৰ প্ৰণয়ী |
| চন্দনমল মহাজন [ Shylock ] | ... | এজন ধনী দেছুৱালী |
| টোডৰমল্ল [ Tubal ] | ... ... | চন্দনৰ বন্ধু |
| মেমেৰা মেধি [ Lancelot Gobbo ] | ... | চন্দনৰ লগুৱা, বহুৱা |
| ভকতৰাম বৰমেধি [ Old Gobbo ] | ... | মেমেৰাৰ বাপেক |
| কেৰপাই সাজতোলা [ Balthasar ] | ... | প্ৰতিভাৰ বুঢ়া লগুৱা |
| প্ৰতিভা দেৱী [ Portia ] | ... ... | ৰংপুৰৰ ধনৱতী কুমাৰী |
| নিৰ্ম্মলা [ Nerissa ] | ... ... | প্ৰতিভাৰ সখীয়েক |
| পদ্মী বা পদ্মকুমাৰী [ Jessica ] | ... | চন্দনৰ জীয়েক |

বিষয়া, চাওদাং-বৰুৱা, লিগিৰী, সখী আদি।




# বণিজ-কোঁৱৰ

## প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

### গুৱাহাটী—লুইতৰ পাৰ

পানীত অসংখ্য নাও চলাচল কৰি আছে। দিবাকৰে পাৰত থকা শিলা এটাত বহি বৰশী বাইছে। তেওঁৰ মন বৰশীত নাই—প্ৰাকৃতিক দৃশ্যত তন্ময়।

দিবা।                —গীত—

লুইত আমাৰ ব্ৰহ্মপুত্ৰ,
আমাৰ শিৱৰ মণিকূট,—
লুইত আমাৰ উপত্যকাৰ
দুৱাৰ-ৰক্ষী দেৱদূত।

আমাৰ তীৰ্থ পুণ্য তীৰ
আমাৰ চিৰ শান্তি-নীড়,
জীৱন-বীণাৰ সুৰৰ আধাৰ
সঙ্গীত আমাৰ দ্ৰৱীভূত।

মুক্তিৰ সিংহ-দ্বাৰ
উল্লাসৰ জয়হুঙ্কাৰ—
আমাৰ হৰ্ষ প্ৰীতিৰ উৎস
সঞ্জীৱনী মন্ত্ৰপূত।

আমাৰ নিপুণ খনিকৰ
নিত্য-নব-সৌষ্ঠৱৰ
আমাৰ গৰ্ব্ব গৌৰৱৰ
চিত্ৰপট অদ্ভূত।

[ ৰবণী সামৰি উঠি গুচি গল। আন বাটেদি অমিয়কুমাৰ, শৈলধৰ আৰু সুৰেশ্বৰৰ কথা পাতি পাতি প্ৰৱেশ। ]

অমিয়। সঁচা কথা, দেখি মোৰ মলিন বদন
বাজখোৱা! গোঁহাইদেউ! বান্ধৱসকল!
তোমালোক অতিশয় হইছা কাতৰ।
কিন্তু মই সঁচাকৈয়ে নাজানো নিজেই
কিয় মোৰ এনেকুৱা বেজাৰৰ ভাৱ;
কৰ পৰা কিয় আহে মলিনতা-মেঘ
নিজেই নোৱাৰো মই কৰিব ঠাৱৰ।

সুৰেশ্বৰ। বন্ধু অমিয়কুমাৰ!
শুকুলা পালত লাগি বায়ুৰ স্পন্দন
নাচে মন সাগৰৰ তৰঙ্গ-খেলাত,
যি তৰঙ্গত নাচে তুন্দ বাণিজ্য-তৰণী।

শৈল। মই কওঁ সঁচা কথা, কৰিবা বিশ্বাস।
পণ্য মোৰ—মূল্যৱান বণিজৰ ডিঙা,
থাকে যেবে দূৰণিৰ সাগৰ-বক্ষত
তেতিয়া অকলে মই থাকি ইস্থানত
নিৰাশাত মন মাৰি ছিঙি গছ-পাত
ধীৰে ধীৰে উৰুৱাই চাওঁ বতাহত
কোন দিশে বায়ু বয় কোন সময়ত।
কেতিয়াবা চাওঁ পুনু মানচিত্ৰ মেলি
কেনি বাট, কেনি সাকো, কেনি উপকূল।
বন্দৰ কিমান দূৰ, চাও জুখি-মাখি।
পণ্যৰ অহিতকাৰী দূৰ সাগৰৰ
প্ৰলয়, ধুমুহা, বজ্ৰ—যি কোনো দুৰ্যোগ
কল্পনাতে সিসবৰ হওঁ সশঙ্কিত।
সুৰে। বুজিছো নিশ্চিত বন্ধু!
সাগৰ-বক্ষত তব বণিজৰ ডিঙা
গুণা-গথা কৰে মনে তাৰেই কাৰণে।
অমিয়। নহয়, নহয় বন্ধু! জানিবা নিশ্চিত
সি যে মোৰ বিষাদৰ নহয় কাৰণ।
মানো সঁচা চিৰকালে ভাগ্যৰ শাসন;
কিন্তু মাথোঁ দুই এক বাণিজ্য-তৰীতে
সৌভাগ্যৰ দেৱী মোৰ নহয় বন্দিনী।
কেতিয়াবা লাভ হৰ, কেতিয়াবা পুনু

— হব পাৰে ক্ষতি মোৰ কোনো বছৰত।
বছৰৰ লাভালাভ, ফলাফল চাই
কৰা নাই কোনো দিনে সৌভাগ্য নির্ভৰ।

বসন্তকুমাৰ, দিবাকৰ আৰু নিৰঞ্জনৰ প্ৰবেশ।

শৈল। আহিছে বসন্ত সঙে প্ৰাণৰ বান্ধৱ
দিবাকৰ, নিৰঞ্জনো আহিছে লগত।
যোগ্যজনে যোগ্যতাৰে লব তব ভাৰ
সেইদেখি আমি এবে মাগিলো মেলানি।
সুৰে। নহ'লে হলে প্ৰিয়-বন্ধু বসন্তকুমাৰ
গুচাবৰ বাবে তব নিৰানন্দ ভাব
থাকিলোহেঁতেন আমি আৰু কিছুপৰ।
অমিয়। আন কিবা কাম আছে জানিছো নিশ্চয়
সেইদেখি যাবলই লভিলা সুযোগ।
সুৰে। নমস্তে বন্ধুসকল!
বসন্ত। নমস্তে, নমস্তে,
প্ৰতি নমস্কাৰ মোৰ জনালো দুয়োকো।
শৈল। আহিম পুনৰ আমি লভিলে আহৰি।

[ শৈলধৰ আৰু সুৰেশ্বৰৰ প্ৰস্থান। ]

দিবা। ভাই বসন্ত! পালা লগ বন্ধু অমিয়ক
আমিও এতিয়া তেনে যাওঁ দিহাদিহি।
কিন্তু যেন নাপাহৰা অনুগ্ৰহ কৰি

নিশালই নিমন্ত্ৰণ আমাৰ ঘৰত;
মিলিম সকলো পুনু ভোজৰ মেলত।

বসন্ত। নিশ্চয় মিলিম তাতে, কিব পাহৰিম?

নিৰ। অমিয় দাদা! দেখিয়ে বুজিছো মই
অসুখত ভাৰাক্ৰান্ত শৰীৰ তোমাৰ।
দেখিছো তোমাক আজি অদ্ভুত সলনি।

অমিয়। ভাই নিৰঞ্জন! নাট্যশালা বিচিত্ৰ সংসাৰ
জনে জনে অভিনয় নানা ভূমিকাত।
করুণ ভূমিকা মোৰ পৰিছে ভাগত
সেইদেখি মাথোঁ মোক দেখিছা সলনি।

নিৰ। তুমি কোৱা কথা যদি প্ৰকৃততে সঁচা
তেন্তে দাদা! দিয়া মোক মূৰ্খৰ ভূমিকা।
ৰঙমনে হওঁ মই মূৰ্খ বিদূষক,
হাঁহি-মাতি নাচি-বাগি আনন্দ মনেৰে
পকাওঁ মূৰৰ চুলি ৰঙ-ধেমালিত।
দিনে-ৰাতি হাঁ-হুতাশ, অশ্ৰু হুমুনিয়া
নহয়নে তাতকই শতগুণে ভাল
যকৃত বুৰাই থলে আঙুৰ ৰসত?
ভালপাওঁ প্ৰিয় বন্ধু অমিয় তোমাক
সেইকাৰণেই মাথো কওঁ শুনা ~~মই~~
আছে এই পৃথিবীত এনে মানুহ
বদ্ধ পুখুৰীৰ দৰে জেলুৱই ধৰা

অথবা গাম্ভীৰ্য্য-ভৰা—নিমাত সদায়।
আকাৰে-ইঙ্গিতে মাথোঁ বিচাৰে বুজাব
শুকান মৌনতা সেই বুদ্ধিৰ ঢাকনি।
যেন সেই মহাজ্ঞানী পণ্ডিত-পাৱন
সোশৰীৰে মূৰ্ত্তিমান অহঙ্কাৰ নিজে।
এই দল পণ্ডিতৰ আৰু তত্ত্ব-কথা
কম বাক লাহে ধীৰে আন দিনাথন
কিন্তু দাদা অমিয়! মিনতি তোমাক—
তুমি যেন ম্লান মৌন তেনেকুৱা হই
অজ্ঞতা বিজ্ঞতা একো নকৰা প্ৰকাশ।
আঁহা ভায়া দিবাকৰ ৰৰৰৰা।
আজি নিশা আহাৰৰ অন্তত পুনৰ
অসমাপ্ত বক্তৃতাৰ মে'লিম পাতনি।
দিবা। আহোঁ তেনে, দেখা হব ভোজৰ মেলত।
বলকিলে নিৰঞ্জনে নিজ ইচ্ছামতে
বলো মই চুপচাপ মৌনীবাবা সাজি
নিদিলে যে কবলই অৱসৰ মোক।
নিৰ। ভয় নাই ভায়া।
বোৱাচোন মোৰ সতে আৰু ভুবছৰ
সমূলি প্ৰাহৰি-যাবা কথা কবলই।
দিবা। বেছ কথা! আজিৰ পৰাই তেনে
মেয়ো হম এজন/কথকী।

নিৰ। ধন্যবাদ ভায়া! কিন্তু জানিবা, মৌনতা শোভা পায় লাজুকী ষোড়শী আইদেউৰ মুখত। আৰু কত জানা? বুঢ়ী গাইৰ শুকান জিভাত। তোমাক ই শোভা নকৰে। এতিয়া যাওঁহক, বলা।

দিবাকৰ আৰু নিৰঞ্জনৰ প্ৰস্থান।

অমিয়। তাৰ পিছে বন্ধু! কি বতৰা?

বসন্ত। নিৰঞ্জনটোৱে যে-ইমান বলকিব পাৰে মই ভাবিয়েই আচৰিত। গোটেই গুৱাহাটী নগৰতে তাৰ লগত এই বিষয়ত ফেৰ মাৰিব পৰা জন আৰু নোলাব। কিন্তু যুক্তিৰ ফালে হলে থন থন। এপাচি কচু শাকৰ পৰা এটা জালুক বাছি উলিওৱা যেনে, তাৰ কথাত যুক্তি বিচৰাও তেনে।

অমিয়। সেই কথা যাবলৈ দিয়া।
কোৱা মোক কালি তুমি কম বোলা কথা।
কোন সেই নাৰী-তীৰ্থ—যাৰ অভিমুখে
কৰিলা বান্ধৱ তুমি গোপনে গমন?

বসন্ত। বন্ধু অমিয়!
অতিৰিক্ত ভাবে চলি মোৰ অৱস্থাৰ
কিদৰে কৰিছো নাশ সম্পত্তি নিজৰ
সেই কথা অবিদিত নহয় তোমাৰ।
আয় কম, ব্যয় বেছি—অনুচিত অতি
জানো মই সেই কথা; কিন্তু কি কৰিম?



তথাপি যে তাৰ একো নাই প্ৰতিকাৰ।
কওঁ সত্য কথা—অসহ্য ঋণৰ ভাৰ
আৰু মই নোৱাৰো যে কৰিব বহন।
ঋণ-মুক্তি লাগে
আৰু লাগে সেই ৰত্ন মোক
—যাৰ অবিহনে মোৰ জীৱন অসাৰ।
তোমাৰ কাষত ভাই!
বহু অৰ্থে ঋণী মোৰ আছে ইজীৱন
—সেই ঋণ পৰিশোধ নহয় সম্ভৱ।
তথাপিতো অকপটে ভালপোৱা মোক;
আজীৱনে ঋণী মই প্ৰীতিত তোমাৰ।
সেইকাৰণেই মাথোঁ; লাজ কাতি কৰি
যেতিয়াই যি ভাবনা মনত খেলায়
তাকেই প্ৰকাশ কৰো তোমাৰ আগত।
যি কথা ভাবিছো আজি, হলে সেইমতে
অচিৰে ঋণৰ পৰা পাম পৰিত্ৰাণ।

অমিয়। ভাঙিপাতি কোৱা বন্ধু উদ্দেশ্য তোমাৰ।
নহয় যদিহে তব হান অভিলাষ
দেহ দিম, মন দিম, দিম অৰ্থ মোৰ,
যি আছে সৰ্ব্বস্ব মোৰ দিম সকলোকে।
মুক্ত কৰি দিম মোৰ ধনৰ ভাণ্ডাৰ
তোমাৰ সি অভিলাষ পূৰাবৰ হেতু।

বসন্ত। সোণোৱালি শৈশৱত ফলি-পুথি লই
কৰিলো যেতিয়া পাঠ বিদ্যা-মন্দিৰত
খেমালিতে কত কাঁড় কৰিলো নিক্ষেপ।
কোনোপাত কাঁড় যদি নাপাওঁ বিচাৰি
সম লক্ষ্য স্থিৰ কৰি
দুনাই দুপাত কাঁড় দিওঁ পঠিয়াই।
শেষৰ দুপাত কাঁড়ে
হোৰোৱা প্ৰথম কাঁড় আনে ওলোটাই।
সৰলতা ভৰা সেই শৈশৱ কাহিনী।
তেনুৱা সৰল মোক ভাবিছা আজিও।
ঋণী মই আজীৱন তোমাৰ কাষত
শুজিব যে কেতিয়াবা পাৰিম সি ঋণ
তথাপিতো নাই ভাই, আশা তেনেকুৱা।
যি অৰ্থ তুমি মোক কৰিছা প্ৰদান
পাবা যে ঘূৰাই তাক সেই আশা নাই।
তথাপিতো কওঁ মই আজি :—
নিক্ষেপিছা তুমি যি শৰ
তাৰ সন্ধানৰ বাবে
নিক্ষেপিব পাবা যদি আজি আৰু শৰ;
শৈশৱৰ সেই মোৰ
কাঁড়-মৰা খেমালিৰ দৰে
তাৰেই নিচিনা পুনু

হয়তো ঘূৰাই পাবা প্ৰথমৰ কাঁড।
নোৱাৰো শুজিব যদি তুই ঋণ-ভাৰ
প্ৰথম ঋণত মাথোঁ ৰম ঋণী হই,
তথাপিতো শেষ ঋণ অৱশ্যে শুজিম।

অমিয়। বন্ধু বসন্ত! মোক তুমি জানা ভালদৰে।
প্ৰেম-প্ৰীতি, ভালপোৱা, স্নেহৰ আমাৰ
অনাহক মিছাতেই জুৰি তৰ্কজাল
কাল ক্ষয় কৰিবৰ নাই প্ৰয়োজন।
কি লাগে তোমাক মাথোঁ কোৱা স্পষ্ট কৰি;
কোৱাঁ মোক নকৰি সঙ্কোচ—
কিদৰে কৰিব পাৰো সহায় তোমাক?
জানা তুমি, যিবা পাৰো অৱশ্যে কৰিম।

বসন্ত। শুনা তেন্তে বন্ধু!—
উজনিত আছে এক ধনীৰ জীয়ৰী
ৰূপে-গুণে নিৰুপমা সৌন্দৰ্য্য-প্ৰতিমা
ৰূপৰ তুলনা নাই—ৰূপ শব্দটোৱে
সি ৰূপৰ তুলনাত অৰ্থহীন হয়।
লভিছো নীৰৱ ভাষা ভাগ্যবলে মই
ৰূপহীৰ নয়নৰ অমৃত-দৃষ্টিত।
তিল তিল ব্ৰহ্মাণ্ডৰ সৌন্দৰ্য্যেৰে গঢ়া
ৰূপৱাণী তিলোত্তমা ইন্দ্ৰৰ সভাৰ
হৰ বন্ধু! দীপ্তিহীনা সৌন্দৰ্য্য-মলিনা

স্বৰ্ণ-প্ৰভা প্ৰতিভাৰে কৰিলে তুলনা ।
প্ৰতিভাৰ খ্যাতি আজি হল বিশ্বময় ;
সকলো দেশৰ পৰা আহিছে নিতউ
বহুজন প্ৰতিভাৰ পাণি-প্ৰাৰ্থী হই।
সুন্দৰী প্ৰতিভা—বতাহত নাচে যাৰ
সাপৰ নেজৰ দৰে কলা চুলিটাৰ
কপালত জলমল মেঘালি অলক।
স্বৰ্গজ্যোতি প্ৰতিভাৰ নিমিত্তেই মাথোঁ
সদউ ৰংপুৰ আজি পুণ্য-তীৰ্থ হল।
প্ৰতিভা-লাভৰ বাবে বহু আশা পালি
প্ৰণয়ৰ অৰ্ঘ্য-ভাৰ পুষ্পাঞ্জলি লই
প্ৰেমিক পূজাৰী দল আহে দলে দলে।
বন্ধু মোৰ মৰমৰ অমিয়কুমাৰ!
কৰো এনে অনুভৱ—থাকিলে বিভৱ
আনন্দৰে প্ৰতিদ্বন্দী সাজি সিসৱৰ
কৰিলোহেতেন মই তুৰাস্ত গমন
ভাগ্যলক্ষ্মী—জয়লক্ষ্মী লভিবৰ হেতু।
কোনে যেন কয় মোৰ অন্তৰত ৰই—
যাৰ, যদি পাৰো মই প্ৰেম-অৰ্ঘ্য লই
সেই পুণ্য-মন্দিৰত হব মোৰ জয়।

অমিয়। জানা বন্ধু! আছে মোৰ বিমান সম্পদ
ভাহিছে সকলো আজি সৌভাগ্য বিচাৰি

দূৰণিৰ সমুদ্ৰৰ অকূল বক্ষত।
অৰ্থহীন গৃহ মোৰ—নাই এটি পাই,
নাই এনে বহুমূলী বণিজ-সম্ভাৰ
ঋণ লব পাৰো মই যিহৰ বলত।
তথাপিতো যোৱা তুমি, চোৱা চেষ্টা কৰি
কোনো জনে টকা মোক দিয়ে যদি ধাৰ।
আছে মোৰ নাম—
আছে আৰু নামৰ সন্মান,
তাকে চাই কোনো জনে এই নগৰৰ
দিলে মোক অৰ্থ ধাৰলই
সকলো অৰ্থই সেই জানিবা তোমাৰ।
সেই অৰ্থ লই তুমি আনন্দ মনেৰে
খোজ লবা ততালিকে উজনিৰ ফালে
ৰূপহী প্ৰতিভা যত কৰিছে বিৰাজ।
কৰা লৰালৰি—যি স্বৰ্ততে পোৱা তুমি ধাৰ
সেইবাবে একো চিন্তা নাই,
লম মই মূৰপাতি সকলো দায়িত্ব।
অথবা জানিব দিবা স্পষ্ট কথা কই
মোক লাগে ঋণ—টকা ধাৰে লম মই।

[ দুয়োৰো প্ৰস্থান। ]

# দ্বিতীয় দৰ্শন

## ৰংপুৰ—প্ৰতিভাৰ কাৰেং

[ প্ৰতিভা আৰু নিৰ্মলা। ]

প্ৰতি। সঁচাকৈয়ে নিৰ্ম্মলী! পৃথিবীৰ ভাৰ আৰু মোৰ পক্ষে বৰ অসহনীয় হৈ উঠিছে।

নিৰ্ম্ম। অসহ্য নহলহেতেন বাইদেউ। যদি তোমাৰ ঐশ্বৰ্য্যাৰ পৰিমাণে দুখো প্ৰচুৰ হলহেতেন। দুনিয়াৰ মজাই হৈছে এয়ে যে যাৰ বহুতো আছে তাৰ অৱস্থা যেনে, যাৰ একো নাই তাৰ অৱস্থাও ঠিক তেনেকুৱাই। গতিকে দুইৰো মাজ্‌ ভাগতে যি থাকিব পাৰে, তেওঁৰেই সুখ। অতিৰিক্ত হলেহ চিৰদিনে বিপত্তি। যাৰ বহুত আছে, ভাবনা-চিন্তাত অকালতে তাৰ মূৰৰ চুলি পকে আৰু যাৰ মজলীয়া অৱস্থা সেইবিলাকেই সংসাৰত বেছি দিন জীয়াই থাকে।

প্ৰতি। ভাল কথাকেই কৈছ নিৰ্ম্মলী! তোৰ কথাৰ মূল্য আছে!

নিৰ্ম্ম। মূল্য আৰু বাঢ়িলহেতেন বাইদেউ! মানুহে সেইবোৰ মানি চলা হলে।

প্ৰতি। উচিত কথা কি জনা আৰু জানি তাক কাৰ্য্যত পালন কৰা দুয়োটাই একে কথা হোৱা হলে, আজি বক্তৃতাৰ মঞ্চবোৰ মন্দিৰত পৰিণত হলহেঁতেন নিৰ্ম্মলী! আৰু

দুখীয়াৰ ভগা-পঁজাই হলহেতেন ৰজাৰ কাৰেং। শিক্ষকে যি বিষয়ে উপদেশ দিয়ে নিজে তেওঁ সেই উপদেশ মানি চলা হলে সেই শিক্ষকক ধন্যবাদ দিলোহেঁতেন। মই নিজেও কুৰি জন শিষ্য গোট খুৱাই ভাল শিক্ষা দিব পাৰো, কিন্তু সেই কুৰি জনৰ এজন হৈ শিক্ষাৰ বিষয় পালন কৰাটোহে টান কথা। কি কৱ নিৰ্ম্মলী? তেজ চেঁচা কৰিবলৈ মগজু খটাই নিয়ম-প্ৰণালী গঠন কৰিব পাৰি; কিন্তু মগজুৰে যদি বিকাৰ ঘটে, সেই নিয়ম পালন কৰাটোৱেই সম্ভৱপৰ হব নোৱাৰে। আমাৰ এতিয়া যি ৰয়স, সেই বয়সে দেও দি লৰি-ঢাপৰি ফুৰা শহা এটাৰ নিচিনাকৈ নীতি-নিয়ম বাধা-বিঘিনিৰ জেওৰা টিলিকতে উৰাই দি পাৰ হৈ যাব খোজে। কোনেও বাধা দিব নোৱাৰে। কিন্তু সেই-বোৰ কথা যাবলৈ দে। এনেবোৰ তৰ্ক কৰি থাকিলেই মোৰ স্বামী নিমিলে। মিলেইবা কেনেকৈ? নিজৰ মনৰ জোখাৰে পতি নিৰ্ব্বাচন কৰি লবলৈ উপায় নাই—অধিকাৰো নাই। মনে যাক বিচাৰে, তাক পাবলৈ উপায় নাই, আন হাতে মনে যাক বিহ যেন ভাবে, হয়তো সেই-জনকেই স্বীকাৰ কৰি লব লাগিব। দেউতা স্বৰ্গী হোৱাৰ আগতে এনে ভাবে ইচ্ছাপত্ৰ কৰি থৈ গৈছে যে নিজৰ বিয়াৰ বিষয়তো মোৰ ইচ্ছা-অনিচ্ছাৰ কথা উঠিব নোৱাৰে। ই জানো কম দুখৰ কথা নিৰ্ম্মলী? মোৰ স্বামী—তেওঁকো মই নিজে মনোনীত কৰি লব নোৱাৰিম। অমনোনীত

কৰিলেও যে বিদায় দিব পাৰিম—সেই অধিকাৰো মোৰ নাই।

নিৰ্ম্ম। দেউতা আছিল পৰম ধাৰ্ম্মিক বাইদেউ! মৰিবৰ আগতে সাধু পুৰুষসকলৰ দিব্য-জ্ঞান ওপজে। সেই দিব্য-জ্ঞানৰ ফল লাভ কৰিয়েই তেওঁ সোণৰ, ৰূপৰ, আৰু সীহৰ তিনটা সফুৰা এৰি থৈ গৈছে। সেই তিনটা সফুৰাৰ পৰা আচল সফুৰাটো যি বাছি উলিয়াব পাৰিব—সেই জনেই লাভ কৰিব তোমাৰ বৰণৰ মালা। তুমি নিশ্চিন্ত থাকা বাইদেউ। যি তোমাক অন্তৰৰ পৰা ভালপায়, তেওঁৰ বাহিৰে আনে তোমাক লাভ কৰিব নোৱাৰে। বাৰু কোৱাচোন বাইদেউ! নিতৌ যে দলে দলে ৰজা ৰাজকোঁৱৰসকল তোমাৰ পাণি-প্ৰাৰ্থী হৈ আহিব লাগিছে সেইসকলৰ কোন জনত তোমাৰ মন খাইছে?

প্ৰতি। তই বাৰু এজন এজন কৰি সেইবিলাকৰ নাম কৈ যা। লগে লগে মই প্ৰত্যেক জনৰ বৰ্ণনা দি যাম। সেই বৰ্ণনাৰ পৰাই তই মোৰ মনৰ সন্ধান পাবি।

নিৰ্ম্ম। বাৰু প্ৰথমেই ধৰাচোন, সেই নেপালৰ ৰাজকোঁৱৰ— শ্ৰীশ্ৰীশ্ৰীচন্দ্ৰকীৰ্ত্তি মহাচূড়ামণিসিংহ কুমাৰ বাহাদুৰ।

প্ৰতি। কোন? সেই ঘোটকৰাজৰ কথা কৈছ মহয়নে? ঘোৰাৰ বাহিৰে কুমাৰ বাহাদুৰৰ মুখত আন কথা নাই। তেওঁৰ হেনো পালে পালে ঘোৰা। নিজ হাতেৰে সেই ঘোৰাৰ খুৰাত নাল লগায়। তেনেতেৰ মাকৰ লগত কোনোবা

কমাৰৰ সম্বন্ধ থাকিব পাৰে। কি কয় ?

নির্ম্ম। তাৰ পিছত ধৰা বাক, সেই ত্রিপুৰেশ্বৰ শ্রীশ্রীল শ্রীশ্রীযুক্ত মহামাণিক্য মহাৰাজাধিৰাজ বাহাদুৰ।

প্রতি। অ' তেওঁ ? দিনে-ৰাতি কপালৰ গাঠি খোপা হৈ থাকে। মনতে ভাবি থাকে—যদি মোক নাপায় তেন্তে কৰিব কি ? যদি হাঁহি উঠা সাধু কয়, তেতিয়াও দেখিবি মুখ গম্ভীৰ। এই কম বয়সতে যদি এনেকুৱা ওন্দোলোৱা মুখ আৰু অলপ বয়স হলে দেখোন কথাই নাই। চকুৰ পানীতেই দিনবোৰ ভহাই দিব। ঠিক সেই দার্শনিক পণ্ডিতৰ দৰে— পৃথিবীখন মায়াৰ ভ্রম বুলি যি দিনে-ৰাতি অস্থিৰ। এই সকলৰ ডিঙিত মালা দিয়াতকৈ নৰকঙ্কাল এটাকেই পতিবৰণ কৰা বেছি ভাল হব। নির্ম্মলী! এই দুজনৰ হাতৰ পৰা ঈশ্বৰে মোক ৰক্ষা কৰক।

নির্ম্ম। তেনেহলে সেই বঙ্গৰ জমিদাৰ বল্লভ সেন ?

প্রতি। ঈশ্বৰে সৃষ্টি কৰিছে যেতিয়া মানুহ বুলি ধৰি ললোৱেই বাক। স্বীকাৰ কৰো—মানুহক ঠাট্টা-বিদ্রূপ কৰিলে পাপ হয়। তথাপি নির্ম্মলী ! সঁচা কথা কবলৈ হলে, সেন মহাশয়ৰ গাতো অশ্বৰোগ আছে। তেওঁৰ ঘোৰা নেপালী ৰাজকোঁৱৰৰ ঘোৰাতকৈয়ো ডাঙৰ। এৱোঁ কপালৰ গাঠি কোচায়—সিও আকৌ ত্রিপুৰেশ্বতকৈও বহুত বেছিকৈ। একেষাৰ কথাতে কবলৈ হলে, এওঁক মানুহ বুলি কোৱাই টান। শালিকীৰ কেলিকেন্দেলি শুনিলেই যি নাচিবলৈ ধৰে,

নিজৰ গাৰ ছায়া দেখিলেই যি তৰোৱাল ঘূৰায়, সেই জনত বিয়া সোমোৱা আৰু একুৰি পুৰুষক স্বামী বৰণ কৰা একে কথাই। যদি তেওঁ মোক দেখি নাক কোচায় তেন্তে ভালৰেই কথা আৰু যদিহে মোক ভাল পাই উন্মাদ হয় তথাপিতো মই তেওঁৰ ভালপোৱা গ্ৰহণ কৰিব নোৱাৰিম।

নিৰ্ম্ম। আৰু সেই চীনা বণিক চান য়্যাং সেন ?

প্ৰতি। জানইচোন, এতিয়ালৈকে তেওঁৰ সৈতে মোৰ কোনো কথা-বতৰাই হোৱা নাই। তেওঁ আমাৰ মাত-কথা বুজি নাপায়। সংস্কৃতো নুবুজে, প্ৰাকৃতো নুবুজে আৰু আমাৰ কামৰূপী ভাষাও বুজি নাপায়। আৰু তোৰ আগত পেটৰ কথা খুলি কৰলৈ হলে, ময়ো চীনা ভাষা সমুলি বুজি নাপাওঁ। হয়তো মানুহজন ভালো হব পাৰে। কিন্তু মোৰ মানত তেওঁ ভাষাহীন ছবিৰ মানুহ। কোনেও কাৰো কথা বুজি নাপাওঁ। তদুপৰি তেওঁৰ সাজ-পাৰলৈ লক্ষ্য কৰিছনে ? বোধকৰো চোলাটো মান্দ্ৰাজত, মোজাযোৰ অযোধ্যাত, পাগুৰিটো মাৰোৱাৰত কিনিছে। আৰু চলন-ফুৰণ আচাৰ-ব্যৱহাৰ—তাকো গোটাই লৈছে বিভিন্ন দেশৰ পৰা।

নিৰ্ম্মল। বেছ কথা। তেওঁৰ চুবুৰীয়া তিব্বতী জং বাহাদুৰ একা ?

প্ৰতি। উপযুক্ত চুবুৰীয়াই বুলিব পাৰি। চীনাৰ ফ্যাণমলা খাই জীয়াই আছে সেই তিব্বতী।

নিৰ্ম্ম। আৰু সেই মণিপুৰী টিকেন্দ্ৰজিৎ—কাছাৰপতিৰ ভায়েকৰ পুতেক ? তেওঁৰ কথা কি কোৱা ?

প্ৰতি। ৰাতিপুৱা যেতিয়া গাত জ্ঞান থাকে, তেতিয়া তেওঁ পূৰা মাত্ৰাই বৰ্ব্বৰ। আবেলি যেতিয়া ফটিকাৰ ৰাগাত মছগুল, তেতিয়া একে বাৰে অপদাৰ্থ। যেতিয়া ভাল অৱস্থাত থাকে তেতিয়াও মানুহ নহয় আৰু যেতিয়া প্ৰকৃতিস্থ নেথাকে তেতিয়া পশুৰ অলপ ওপৰত। এনে জনক নেপালে যদি মোৰ সকলো সৌভাগ্য বিনাশ হয়, তেতিয়াও এনে জনক নেপালে মোৰ দিনবোৰ সুখেৰেই যাব। '

নিম্ম। এওঁ যদি প্ৰকৃত স ফুৰাটোকে বাছি উলিয়াব পাৰে তেন্তে কি কৰিবা বাইদেউ ? দেউতাৰ ইচ্ছাৰ বিৰুদ্ধে তেওঁক বৰণৰ মালা নিদিয়াকৈ থাকিব পাৰিবা জানো ?

প্ৰতি। সেইদেখিয়েইতো তোক মিনতি কৰি কৈছো নিৰ্ম্মলী। আচলটোৰ বাহিৰে আন এটা সফুৰা ইৰাণ দেশীয় ফটিকাত বুৰাই থগৈ। তোক ঠিক কৈছো, পাত্ৰত ফটিকা দেখা পালে তেওঁৰ হাত আন কোনো ফালে নাযায়। সেই ফটিকাৰ পিপাৰ পৰা ৰক্ষা পাবলৈ মই যি কোনো কামেই কৰিবলৈ সাজু আছো।

নিৰ্ম্ম। ভয় নাই বাইদেউ। এই মহাপুৰুষসকলৰ কাকো তুমি স্বামী বৰণ কৰিব নেলাগে। তেখেতসকলে নিজ নিজ সংকল্প মোক জনাইছে। সকলো কেইজনেই নিজ নিজ দেশলৈ যাবলৈ সাজু হৈছে। দেউতাই বান্ধি থোৱা সৰ্ত্তৰ

বাহিৰে আন কোনো উপায় থাকিলে সেই উপায়েহে তেওঁবিলাকে লব নোহনো।

প্ৰতি। দেউতাৰ ইচ্ছা-পত্ৰত থকা স্বৰ্ত্ত অমান্য কৰি মই কালৈকো বিয়া নোসোমাওঁ—সেই কথা ঠিৰাং। সেইকাৰণে যদি মৰণ কাললৈকে ঘৰতে বুঢ়া হৈ থাকিব লাগে—তথাপি ঠিক জানিবি, মই মোৰ কুমাৰী-ধৰ্ম্মত কলঙ্ক নসনাকৈ মৰিব পাৰম। এইসকল পুৰুষৰ এনে সুবুদ্ধি হোৱা শুনি মই বৰ সন্তোষ পালো নিৰ্ম্মলী। সঁচাকৈয়ে কৈছো, এই সকলৰ ভিতৰত এনে কোনো এজন নাই, যাক নেপালে মোৰ বুকুৰ বেদনা উথলি উঠিব। আহ, আমি পৰমেশ্বৰত প্ৰাৰ্থনা জনাহওঁক—তেওঁলোকৰ ওলোটা যাত্ৰা শুভ হওক, শান্তিময় হওক।

নিৰ্ম্মলী। বাৰু, তোমাৰ মনত পৰেনে বাইদেউ। সেই যে গুৱাহাটীৰ পৰা এজন কামৰূপী সাউদ ইয়ালৈ আহিছিল—সেনাপতি বিক্ৰমসিংহৰ লগত; বিদ্বান—যুজাৰু—সুশ্ৰী—দেখনিয়াৰ?

প্ৰতি। অ' ঠিক। তেওঁৰ নাম বোধকৰোঁ বসন্তকুমাৰ?

নিৰ্ম্মল। সঁচা বাইদেউ। এতিয়ালৈকে যিমানবিলাক এই চকুৰে দেখা পালো, সেই সকলোৰে ভিতৰত তেৱেঁই হৈছে যোগ্যতম জন। ৰূপহীৰ বৰমাল্য পাবলৈ তেৱেঁইহে প্ৰকৃত লায়েক।

প্ৰতি। তেওঁলৈ মোৰ মনত আছে নিৰ্ম্মলী। তোৰ এই প্ৰশংসা তেওঁৰ উচিত প্ৰাপ্য।

নির্ম্ম। তেন্তে মই এটা গীত গাওঁ শুনা ঃ—

## —গীত—

দূৰ বিদেশৰ বণিজ-কোঁৱৰ
নাও মেলি যায়—
শুকুলা পালৰ পাখি মেলি দি
ৰঙতে ভটীয়াই।

ঘাটেনো শুদা হল,
উকণ্ঠা মন,—
কোৱৰে লৈ গ'ল বুকুৰ কি ধন ?

ইনাই-বিনাই কান্দে নৈয়ে
ঢৌৱে উজাব থায়।
আকনো কাহানি বান্ধিব তৰণী
শুৱাব আমাৰে ঘাট,—
বুকুৰে বেহানি কোঁৱৰৰ মু'থনি
দেখি মন পৰিব শাঁত।

প্ৰতিভা। বেছতো নির্ম্মলী! কেতিয়াৰ পৰা তই এনে কবিয়তী হলি ?

নির্ম্মলা। যেতিয়াৰ পৰা ঘাট-মাউৰী হৈ প্ৰতিভা বাইদেউৰ বুকুত সোমাই পৰিলো, তেতিয়াৰ পৰা।

[ কেৰপাইৰ প্ৰৱেশ। ]

প্ৰতিভা—কি সংবাদ, কেৰপাই কাই ?

কেব। আইদেউ! বিদেশী আলহী কেইজন যাবলৈ ওলাইছে। যোৱাৰ আগতে আপোনাক এবাৰ লগ পাব খোজে। ইফালে আকৌ সিন্ধুকোঁৱৰৰ কটকী পাইছে। আজি নিশাই তাৰ গৰাকী পাবহি হেনো।

প্ৰতি। আমি গৈছো বাৰু, তই যা।

কেব। ভাল আইদেউ! বুঢ়া বন্দীৰ সেৱাহে।

[ প্ৰস্থান। ]

প্ৰতি। এই চাৰি গৰাকীক যিভাৱে বিদায় দিবলৈ ওলাইছো, সিন্ধুৰাজকো যেন তেনে আনন্দেৰেই অভ্যৰ্থনা কৰি বিদায় দিব পাৰো, তাকেই ঈশ্বৰক খাট নিৰ্ম্মালী! এওঁকো মোৰ মালা দিবলৈ ইচ্ছা নাই—তাৰ পৰা যেন ৰেহাই পাওঁ।

এটি এটি কৰি বিদায় দি
জপালো দুৱাৰ,—
এনে সময়তে ঠিক আন এটি আহি
বিচাৰে ঘৰত মোৰ প্ৰৱেশ-অধিকাৰ।

[ দুয়োৰো প্ৰস্থান। ]

—:*:—

# তৃতীয় দৰ্শন

## গুৱাহাটী—আলিবাট

[ চন্দনমল আৰু বসন্ত সমাদাৰৰ প্ৰৱেশ। ]

চন্দন। তিনি হাজাৰ টকা ৰূপ ?

বসন্ত। হয় বাবু ! কৰাল তিনি মাহৰ বাবে।

চন্দন। তিনি মাহৰ বাবে, বেছ !

বসন্ত। আৰু এই টকাৰ বাবে মোৰ বন্ধু সাউদ অমিয়কুমাৰে খত লেখি দিব।

চন্দন। অ' অমিয়কুমাৰে খত লেখি দিব ? বেছ !

বসন্ত। কোৱা বাবু ! টকা ধাৰলৈ দিবানে ? তোমাৰ উত্তৰ পামনে ?

চন্দন। তিনি হাজাৰ টকা ৰূপ ! তিনি মাহৰ বাবে ! অমিয়কুমাৰে খত লেখি দিব !

বসন্ত। তাৰ উত্তৰ ?

চন্দন। এৰা, অমিয়কুমাৰ এজন ভালমানুহ !

বসন্ত। কেতিয়াবা তেওঁৰ কিবা দুৰ্নাম শুনিছা নেকি ?

চন্দন। ওহোঁ, নহয়,। অমিয়কুমাৰক ভাল-মানুহ বোলা হৈছে—তাৰ মানে—তোমাক ইয়াকে বুজাবলৈ যে তেওঁ এজন খাঁটি মানুহ। কথাৰো মূল্য আছে যথেষ্ট। অৱশ্যে—তেওঁৰ বিষয়-আশয় সকলো আছে খাতা/পত্ৰত আৰু

কল্পনালোকত। তেওঁৰ এখন ডিঙা গৈছে জাভালৈ আৰু এখন গৈছে মালয়লৈ। আৰু সিদিনা হাটত শুনিছিলো—তিনি লম্বৰ ডিঙা হেনো গৈছে সিংহললৈ। চাৰি লম্বৰ গৈছে মান-দেশলৈ ; আৰু আনবোৰ ডিঙাও হেনো দিহিঙে-দিপাঙে পানীৰ ওপৰত ভাহি ফুৰিছে। কিন্তু সেই ডিঙা। কেইচলামান কাঠ-পাটৰ সমষ্টি আৰু তাৰ বাইছাগুৰিয়াল সকলোৱেতো মানুহ। পুনৰ মাটিত যেনে এন্দুৰ, পানীতো তেনেকুৱা এন্দুৰৰ উপদ্ৰৱ। মাটিত যেনে চোৰ-ডকাইত, পানীতো তেনে চোৰ-ডকাইত, তদুপৰি জল-দস্যু। তাৰ ওপৰতো আছে ধুমুহা, ঢৌ, বৰফৰ পাহাড়ৰ খুন্দা, আৰু যে কত কি। হব নোৱাৰিছে, ? সেইবাবে চিন্তা নাই। সেইবোৰ হলেও অমিয়-কুমাৰ মানুহজন বেছ খাটি। তেওঁৰ সংস্থানো আছে যথেষ্ট ৰকমৰ। সেই কথা স্বীকাৰ কৰিবই লাগিব। কি কোৱা ডাঙৰীয়া ? বেছ ! কিমান বুলি ক'লা ? তিনি হাজাৰ টকা ৰূপ ! তেওঁৰ নিজৰ হাতৰ খত পামতো ?

বসন্ত। জৰুৰ পাবা। সেইবিষয়ে চিন্তা কৰিব নালাগে।

চন্দন। বেছ বেছ। খত পালে নিশ্চয় নিশ্চিন্ত হম। এই সম্পৰ্কে অমিয়ৰ লগত কথা-বতৰা হব পাৰিমনে ?

বসন্ত। তুমি যদি অনুগ্ৰহ কৰা বাবু! আজি নিশা, আমাৰ ঘৰতেই সকলোটিয়ে খোৱা বোৱা কৰিমহক।

চন্দন। ইহ! তোমাৰ তাত যিহে কেচেমা কেচেম মাছ-মঙহৰ গোন্ধ! সেইবোৰ মাছ-মঙহ যেন তোমালোকৰ কেচাই-খাতী গোসানীয়ে এহাতলৈ জিভা উলিয়াই খাই এৰি থৈ গৈছে। তাকে খাই এই চন্দনমলৰ সাতপুৰুষ উদ্ধাৰ হব নোখোজে। তোমালোকৰ লগত টকাৰ লেন-দেন কৰিব পাৰো। দু-আষাৰ কথা-বতৰা হব পাৰো। একেলগে ফুৰাচকাও কৰিব পাৰো। কিন্তু ওহোঁ! সেইটি হলে নচলিব। একেলগে বহি খাব নোৱাৰিম। কোনো কালেই নোৱাৰো। পূজা-সেৱাও একেলগে নহব। পিছে, বেপাৰৰ খবৰ কেনে? এই ফাললৈ অহা সৌটি বা কোন?

বসন্ত। এই জনে মোৰ বন্ধু,
সদাগৰ অমিয়কুমাৰ,
কামৰূপী বণিজ-কোঁৱৰ।

চন্দন। (একলীয়া হৈ) চোৱ চোন, চকুৰ চাহনি!
যেন মই নৰপশু অযোগ্য সৃষ্টিৰ।
ঘিণ কৰো কামৰূপীয়াক;
সেইবাবে ঘৃণা কৰো এই কাফেৰক।
আৰু কৰো এইবাবে বেছি ঘৃণা তাক,
বিনা সুতে ধাৰ দিয়ে টকা,
দেখুৱাই সৰলতা প্ৰকাশে মহত্ব।
বিনা সুতে ধাৰ মেলি টকা

স্থতৰ নিৰিখো মোৰ কমালে তেনেই।
এবাৰ যদিহে পাওঁ হাতৰ মুঠিত
গুচাম সকলো মোৰ পুৰণি আক্ৰোহ।
পৱিত্ৰ জাতিক মোৰ দেছুৱালী বুলি
ঘৃণা কৰে এই নৰাধমে।
সম্মিলিত বণিকৰ সমাজতো মোক
নানা ভাবে গালি পাৰি কৰে অপমান।
ইমান্ আস্পৃদ্ধা তাৰ?
সদুপায়ে কৰো মই ধন-উপাৰ্জ্জন
স্থত বুলি তাকো দুষ্টে হানে বাক্যবাণ।
কৰো যদি মাজ্জনা ইয়াক—
অভিশপ্ত হম মই গোটেই জাতিৰ।

বসন্ত। শুনা বাবু চন্দনমল!

চন্দন। "পুঁজিত কিমান ধন আছে বৰ্ত্তমানে
মনে মনে তাৰে মই কৰিছো হিচাপ।
চিন্তিছো, পাৰিম জানো
দিবলৈ তিনি হাজাৰ ৰূপ
নিজৰ হাতৰ পৰা?
বেছ! কোনো কথা নাই। কম পৰে যদি
স্বজাতি টোডৰমল ধনী ব্যবসায়ী
বাকীখিনি পূৰ কৰি দিম তাৰে পৰা।
বেছ! কি কৈছিলা?

কিমান মাহৰ বাবে থাকিব কৰাল?
(অমি’ৰ) ৰাম ৰাম! কুশলনে ডাঙৰীয়া?
তোমাৰেই প্ৰশংসাৰ কথা
কৰিছিলো আলোচনা আমি।

অমিয়। শুন চন্দনমল! সুত কিম্বা বিনা সুতে
নলয় কদাপি ধাৰ অমিয়কুমাৰ।
তথাপি বন্ধুৰ মোৰ
হল আজি অতিশয় অৰ্থ প্ৰয়োজন।
কৰিম নিয়ম-ভঙ্গ সেইবাবে মই
লম টকা ধাৰলই!
(বসন্তৰ) বন্ধু। লাগিব কিমান ধাৰ
জানেনে চন্দনমলে?

চন্দন। তি—তি—নি হাজাৰ! নহয়নে?

অমিয়। তিনি মাহ নিৰ্দ্দিষ্ট সময়।

চন্দন। অ’ পাহৰিছিলোৱেই। তিনি মাহৰ বাবে। হয় হয়। তাকো তেওঁ কৈছিল—আৰু কৈছিল তুমি হেনো লেখি দিবা খত। বেছ বেছ! ভাবি চাওঁ। কিন্তু—কি ক’লা তুমি? সুত কিম্বা বিনা সুতে তুমি কদাপি ধাৰ নোলোৱা—নহয়নে?

অমিয়। ঠিক কথা। নাই মোৰ সুতেৰে সম্বন্ধ।

চন্দন। টকা—তিনি হাজাৰ—বহু টকা! তিনি মাহৰ বাবে নহয়নে? সুতৰ নিৰিখ ধৰো কিমান?

অমিয়। শুন চন্দনমল! সুত আৰু মূল,
দায়ী ৰয় দুয়োটাৰ বাবে।
চন্দন। ডাঙৰীয়া অমিয়কুমাৰ!
সাধু বুলি—ভদ্ৰ বুলি সুখ্যাতি তোমাৰ।
বাৰে বাৰে বহু বাৰ বণিক-সঙ্গত
গঞ্জনা কৰিছা মোক কটু কথা কই।
অৰ্থ মোৰ—নিন্দিছা কিমান বাৰ।
সুত লওঁ—সেই সুত ঘৃণা কৰা তুমি।
সহিছো নাৰৱে মই সেই অপমান;
সহ্য কৰা—সিও মোৰ জাতিৰ স্বভাৱ।
ভণ্ড বুলি—অবিশ্বাসী মহাপাপী বুলি
কত বাৰ ঢেটু ফালি গালি দিছা মোক।
কত দিন উপযাচি দিছা উপদেশ—
ডিঙি কাটি দিবলই কুকুৰৰ দৰে।
দেছুৱালী মই—
সাজপাৰ, বেশ দেছুৱালী।
পেলোৱা মুখত থুই চাই মোৰ বেশ।
যি আছে সকলো মোৰ
চোৱা তুমি অতিশয় ঘৃণাৰ চকুৰে।
ঘৃণিত নিন্দিত মই—মোৰ ওচৰত
আজি কিয় কৃপা-ভিক্ষা আহিছা বিচাৰি?
নালাগেনে লাজ?

যি মুখে থুৱাই দিছা মোৰ ই গোফত
সেই মুখৰেই আহি বিচাৰিছা ধাৰ ?
—চন্দনমল ! টকা দে ধাৰলই মোক।
যাক্ তুমি নিতে নিতে কুকুৰৰ দৰে
আছিলা ইমান দিন ভৰিৰে গচকি
তাকে কোৱা কোন মুখে টকা লাগে বুলি ?
কি দিম উত্তৰ মই ?
কোৱা, কি দিম উত্তৰ ?
কুকুৰ মই ! কুকুৰৰ থাকে জানো ধন ?
তিনি হাজাৰকৈ চিকা ৰূপ
পাৰেনে কুকুৰে দিব ধাৰ কাৰোবাক ?
নতু মই অনুগত ভৃত্য সম হই
নতশিৰে বন্ধ কৰি উশাহ-নিশাহ
কৰযোৰে জনাওঁ তোমাক—
হেৰা সাধু ভদ্ৰ ডাঙৰীয়া !
যোৱা বুধবাৰে মাথোঁ হাটৰ মাজত
তুমি মোক দিছিলা থুৱাই।
আগতে এদিন তাৰ
মাতিলা কুকুৰ বুলি কৰি সম্বোধন।
ইমানেই শিষ্টাচাৰ ভদ্ৰতা তোমাৰ !
আৰু তাৰ বিনিময়ে—
দিব লাগে আজি মই টকা ধাৰলই ?

অমিয়। এতিয়াও কোনো দিনে নহব অন্যথা।
সমানে কৰিবি লাভ
মোৰ পৰা চিৰকালে তেনে ব্যৱহাৰ।
কৰিম সমানে ঘৃণা,
পেলাম মুখত থুই আগৰ নিচিনা।
যদি মোক টকা তই দিয় ধাৰলই
চন্দনমল! বন্ধুক নালাগে দিব,
দিবি মোক সাত শত্রু ভাবি।
ভাবি লবি এই ঋণ লইছে শত্রুৱে।
বন্ধুত্বৰ তুলনাত মোৰ
অতি তুচ্ছ ধাতুৰ টুকুৰা।
মোহে সুত—নাই সুত এই বন্ধুত্বত।
যদি স্বৰ্ত্ত-ভঙ্গ হয়—নাই কোনো কথা
নালাগে দেখাব মোক কোনো অনুগ্ৰহ,
হাঁহি হাঁহি, গণি গণি, কড়াই-ক্ৰান্তিয়ে
লবি তই ন্যায্য প্ৰাপ্য তোৰ।
চন্দন। ৰবাচোন,—খং খোৱা কিয়?
আজ মোক নকৰা গঞ্জনা।
মোক লাগে মিত্ৰতা তোমাৰ,
স্নেহ লাগে—প্ৰীতি লাগে,
আৰু লাগে যাতে মই পাহৰিব পাৰো
যতমানে পূৰ্ব্ব অপমান।

পূৰাম প্ৰাৰ্থনা মই নালাগিব সুত।
শুনিলানে মোৰ ট প্ৰস্তাপ?

অমিয়। ইমানেই দয়া?

চন্দন। সেই দয়া আনন্দৰে দেখাম তোমাক।
নাথোঁ তুমি লেখি দিবা খত
মোৰ সতে লেখাকুৰ ঘৰলই গই।
ৰহস্যৰ স্বৰ্ত্ত এটা কৰিবা সংযোগ—
নিৰ্দ্দিষ্ট দিনৰ যদি নিৰ্দ্দিস্ট স্থানত
নোৱাৰা কৰিব তুমি ধাৰ-পৰিশোধ
তেন্তে তাৰ পৰিৱৰ্ত্তে মই
বুকুৰ কাষৰ পৰা তোমাৰ দেহৰ
কাটি লম মাংস আধা সেৰ।
তাৰেই মৰিব ধাৰ নাথাকিব বাকী।

অমিয়। মান্তি হলোঁ এই স্বৰ্ত্ত লেখি দিবলই।
বল চন্দনমল। লেখোঁ গই খত।
কম আজি উচ্চকণ্ঠে সকলোকে মই
—দয়াশাল দেছুৱালী,
আছে তাৰো মমতা প্ৰাণত।

বসন্ত। নাই, নাই বন্ধু! এনে খত নালাগে লেখিব।
হক মোৰ ষিমানে অভাৱ,
নোৱাৰো কদাপি লব এনেকুৱা ধাৰ

অমিয়। ভয় 'নকৰিবা বন্ধু!

নালাগিব দিব মই দেহৰ মঙহ।
নিৰ্দ্দিষ্ট দিনৰ সেই এমাহ আগতে
দুমাহৰ ভিতৰতে আৰু
ধাৰৰ সকলো টকা কুৰি গুণ হই
আহিব উলটি মোৰ বণিজৰ ডিঙা।

চন্দন। হায় হনুমানজী!
কিহেৰে গঠিত এই কামৰূপীবোৰ?
নিজৰ আচাৰ যেনে ৰূঢ় অতিশয়
ঠিক তেনেভাবে—
সন্দেহ চকুৰে চায় সাধুতা আনৰ।
বেচ কথা! মোক বাৰু দিয়াচোঁ বুজাই
এই স্বৰ্ত্ত সংযোগত কিনো লাভ মোৰ?
মানুহৰ শৰীৰৰ মাংস আধা সেৰ!
ভেৰা নোহে—ছাগ নোহে—নোহে মাংস হৰিণৰ
দাম আছে সেই মঙহৰ।
কাটি আনি মাংস মানুহৰ,
কোৱাচোন, কি কৰিম তাৰে সতে মই?
অৱাবতে নকৰা সন্দেহ।
অৰ্থ ই স্বৰ্ত্তৰ—মোক লাগে প্ৰীতিৰ বন্ধন,
মিত্ৰতাৰ বাদে একো নাই প্ৰয়োজন।
দোহাই! নকৰিবা ভুল অৰ্থ সংকল্পৰ মোৰ
ডাঙৰীয়া! দিলে এই স্বৰ্ত্তত সম্মতি

পাব পাৰা টকা ধাৰলই।
যদিহে নহয়—লব' পাৰা বিদায় এতিয়া।
ৰাম ৰাম!

অমিয়। চন্দনমল! স্বৰ্ত্তত মই মাস্তি,
লেখি দিম খত তোক আনন্দ মনেৰে।

চন্দন। বলা তেনে, লেখাৰুৰ ঘৰলই যাওঁ।
লেখাৰুৱে লেখি দিব খত
দস্তখত দিবা তুমি তাত।
যাওঁ মই' আগবাঢ়ি
টকা লই ঘূৰিম তুৰন্তে।

অমিয়। সাধু, চন্দনমল সাধু,
প্ৰকৃততে আছে দয়া তোৰো অন্তৰত।

[ চন্দনৰ প্ৰস্থান। ]

বসন্ত। মুখত মধুৰ ভাষা, পেটত গৰল
প্ৰাণত আশঙ্কা হয় ভৱিষ্য বিপদ।

অমিয়। আহা বন্ধু! নাই একো চিন্তাৰ কাৰণ।
উলটিব ডিঙা মোৰ বণিজ্জৰ পৰা
ধনে-সোণে পৰিপূৰ্ণ হই।

[ দুয়োৰো প্ৰস্থান ]

—ঐক্যতান—

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

### ৰংপুৰ—প্ৰতিভাৰ কাৰেঙৰ কক্ষ

[ প্ৰতিভা শাক নিম্মা বৰ্হি শাচ। ৫চৰ ত লেগিৰাঁবাক বহি শাত ৰবি । ]

**সখীসকল।**

—গীত—

স ' পৰা পৰিনা —
বসন্ত বনত
আজ সুব াৰ পখিনা
ন জালত বজিন
ঘৰিছিল সখাটী
অকলশৰে উদ ন ন
উৰণীয়া পখিটি'
কেন আজি নিককণে
বিন্ধে ফুলৰ শৰ ?
আকু-বিকু চকুযুৰি
আলু থালু চুলিতাৰি
লাজে বেটি ধৰে,—

[illegible]

[illegible]-নিগৰা।

[illegible]

—[illegible]।

[[illegible] সিন্ধুবালাৰ প্ৰৱেশ।]

সিন্ধু। লুযূৱাবা মুখ দেৱা করুণারূপিনী!
দেখি মোৰ কৃষ্ণ-বৰ্ণ, কলাম্না-বদন।
বেলিৰ তপত তাপে দগ্ধ মৰুভূমি,
জন্ম মোৰ সিদেশত
সেইবাবে এনেকুৱা ক'লা হলো মই।
শুনা হে সুন্দৰী!
এই ক'লা বৰণৰে ছায়া দেখা পালে
বহু বীৰ ভয়তেই হয় কম্পমান।
বিশ্বাস কৰিবা দেৱী!
কইছো শপত খাই তোমাৰ নামত
বৰ্তমানে ৰূপৱতী সিন্ধুৰ ষোড়শী
সকলোটী এই মোৰ ৰূপত আকুল।
কিজানিবা নাপাওঁ তোমাক,
নোহে আন কাৰণত, সেইবাবে মাথোঁ
ক'লা হোৱা বাবে মোৰ আক্ষেপ মনত।
আন আৰু বৰণৰ বাবে
তিল মাত্ৰ নাই অভিলাষ

কওঁ সত্য—তুষ্ট মই ক'লা বৰণতে।

প্ৰতি। মাননীয় সিন্ধু মহাৰাজ!
মন মোৰ নাই আজি নিজ অধীনত।
কুমাৰী-চকুৱে যাক দেখিব ৰূপহ।
সিজনক হৃদয়ত কৰিব স্থাপন
অলপোকে আজি মোৰ নাই অধিকাৰ।
খেল মোৰ ভাগ্যৰ লগত,
নোৱাৰো কৰিব মই পতি মনোনীত।
আছে পিতৃ-পণ—
লাগিব কৰিব মই অৱশ্যে পালন।
যিজনে লভিব জয় পিতৃৰ পণত
সেই জনে পূজনীয় স্বামী হব মোৰ।

সিন্ধু। বলা, তেনে, দিয়া দেখুৱাই—
কত আছে বাহুৰ সঁফুৰা,
কৰি চাওঁ অদৃষ্ট-পৰীক্ষা।
সাক্ষী বল এই তীক্ষ্ণ অসি,
যি অসিত নিপতিত পাৰস্য-কোঁৱৰ,
যি অসিয়ে পৰাজিলে দিল্লী চুলতান।
যি মোৰ দৃষ্টিবাণ কৰিলে নিক্ষেপ
কঁপি উঠে দেৱতা দানৱ,
ঋক্ষমাতা ঋক্ষশিশু কঁপে থৰথৰি,
বন্দী তাক কৰিম যেতিয়া

কঁপে মত্ত পশুৰাজ গৰজি ভীষণ।
সেইদৰে সেই মোৰ তীক্ষ্ণ অসি লই
ভেদ কৰি কূট পণ পিতৃৰ তোমাৰ
নিশ্চয় তোমাক মই লভিম সুন্দৰী!
কিন্তু ভয় হয়—
মন্ত্রপূত পাশাৰে যিদৰে
লভিছিল শকুনিয়ে জয়,
ঘটিছিল ধৰ্ম্ম-যুধিষ্ঠিৰ
সেইদৰে মোৰো প্ৰতি হায়
হব পাৰে বিধি-বিড়ম্বনা।

প্ৰতি। ভাগ্য যাৰ যেনেকুৱা
ফলো তাৰ হয় অনুৰূপ।
কৰি চোৱা মহাৰাজ! অদৃষ্ট-পৰীক্ষা,
কিন্তু দিয়া প্ৰতিশ্ৰুতি তাৰ আগতেই—
হয় যদি পৰাজয় নুপূৰে কামনা,
কোনো ৰূপ প্ৰণয়-প্ৰস্তাৱ
নোৱাৰা তুলিব আৰু মোৰ সমুখত।
ভাবি চাই কৰা এবে যেনে দেখা ভাল।

সিন্ধু। হে সুন্দৰী! হলো মই আৱদ্ধ সত্যত।
হলে পৰাজয়—প্ৰতাৰণা কৰিলে ভাগ্যই
প্ৰণয়ৰ কোনো কথা নানিম মুখত।
বলা শীঘ্ৰে, কৰো মোৰ সৌভাগ্য-পৰীক্ষা।

প্ৰতি। তাৰ আগে সিন্ধুৰাজ!

যাওঁ বলা আলহীৰ কাৰেওৰ. ফালে।

আগেয়ে ভোজন হব পিছত পৰীক্ষা।

সন্ধু। বলা দেৱী।

সৌভাগ্যসুন্দৰী। কেনি আছা তুমি?

আজি মোক দিবা কিনো দান;

আশীৰ্ব্বাদ নে অভিশাপ?

[ সকলোৰে প্ৰস্থান। ]

---

# দ্বিতীয় দৰ্শন

## গুৱাহাটী—আলিবাট

[ মেমেৰাৰ প্ৰৱেশ। ]

মেমেৰা। মোৰ মনটোৱে মোক বাৰে বাৰে কৈছে—'হেৰ মেমেৰা! তই তোৰ দেছুৱালী মালিকক এৰি আন ফালে এফলীয়া হ। মনাই ডাঙৰীয়াই ইয়াকো কৰ-ষোৰে জনাইছে—'হেৰ মেমেৰা! মেধি মেমেৰা! হেৰ ধৰ্ম্ম-যুধিষ্ঠিৰ মেমেৰা! চৰণ দুখনিৰে গতি কৰ বোপাই!' মনায়ে আকৌ এবাৰ কয়—'নহয় মেমেৰা! তেনে কাম নকৰিবি সোণাই! অধৰ্ম্ম হব।' এবাৰ কয়—'যা' এবাৰ কয় 'থাক'। কি কৰো এতিয়া?

দুই নাৱত দুই ভৰি, ৰক্ষা কৰা ছিৰি-হৰি ! যাম নে থাকিম-থাকিম নে যাম ? বৰ ডাঙৰ প্ৰশ্ন—নেদোকা প্ৰশ্ন। মোৰ মনৰ ভিতৰত দুটা ব্ৰহ্ম-দৈত্য। এটাই এখন কাণত ধৰি কৈছে—'যদি বাপৰ বেটা হব, পলা মেমেৰাৰাম ! বেগতে পলা।' ইফালে আনটো দৈত্যই আনখন কাণত ধৰি কৈছে—'খবৰ্দাৰ মেখি মেমেৰাৰাম ! নপলাবি। দেছুৱালা হলেওতো তোৰ মালিক।' মই কওঁ—'দৈত্য-দোতা ! কৈছাতো থাকিবলৈ। লুইতেহে জানে বঠা কিমানলৈ বহে। দেছুৱালী মালিক যে আমাৰ সাক্ষাত যম ৰজাৰ অৱতাৰ। নহয়, আন জন দেৱতাই কৈছে যেতিয়া—তাৰ কথা শুন-টোৱেই ভাল। যোৱাটোৱেই শ্ৰেয়স। (দূৰত বাপকক দেখি) ই কি ! সৌ যে দেখিছো—একেবাৰে স্বয়ং আমাৰ গৰ্ভধাৰিণী পিতৃদেৱতা। হয়েই আকৌ বালক্। ভেটীয়ে ভাবে উপস্থিত। চকুত চানি পৰিছে দেহি ! সেয়েহে মোক নিলগৰ পৰা চিনিব পৰা নাই। ৰ বাপেকে, অলপ বহুই-ছকে কৰিব লাগিব। আহি পালেই বালক, লুকাবহে লাগিল। লুকায়। কান্ধত ভাৰ লৈ ভকতৰাম বৰমেধিৰ প্ৰবেশ।]

ভকত। (ভাৰখন লৈ গামোচাৰে বিচি) জয় গুৰু শঙ্কৰ ! নগৰৰ মাজত সোমাই এতিয়াহে ভাল বিপদত পৰিলো। কেনি যাওঁ এতিয়া ? চন্দন মহাজনৰ বা ঘৰটো কোনফালে ? নহয়, ই কথাই কথা নহয়। কাৰবাক পালে সুধি-পুছি গতি কৰাহে ভাল। অকস্তক এই গছৰ ছাঁতে জুৰুৱা যাওক।

( ঘোষা গায় )

মই অনাথক দয়া          কৰাহা পৰমানন্দ
দাস বুলি ৰাখিও মনত,
এও নিদা ভকতৰ সঙ্গত।
আঙ্গুলি মুখত কৰে          দন্তে তৃণ তুলি ধৰো
কেশ ছিন্দি দিও চৰণত।

( নেপথ্যৰ ভাগ ফুৰি মেমেৰাৰ আগেদি ভো ভো কৰি যাব খোজে। )

ভকত। হেৰা পোৱালি-বাবু! আমাৰ চন্দন মহাজনৰ ঘৰটো কেনি কব পাৰানে?

মেমেৰা। ( কথাকে কেৰেপ নকৰাকৈ প্ৰস্থান। )

ভকত। বোলো বাবু! অ' পোৱালি বাবু! আহা আকৌ; অলপ মাত্ দি যোৱা।

মেমেৰা। ( ঘূৰি আহি ) কি অ' বুঢ়া? তোক কিহে পাইছে? টেটু কালি মৰিছ কিয়?

ভকত। বোলো খং নকৰিবা পোৱালি-বাবু! কোৱা আকৌ আমাৰ চন্দন মহাজনৰ ঘৰটো কোন বাটেদি গলে পাম?

মেমে। অ' চন্দন বুঢ়ালাপুওৰঘৰ? বাঁও হাতে গৈ থাক। তাৰ পিছত এটা চাৰি-আলি পাবি। তাতে আকৌ বাঁও হাতে ঘূৰিবি। আকৌ এটা চাৰি-আলি। বছ! আৰু কোনো হাতে ঘূৰিব নালাগে। পোনে পোনে গলেই একেবাৰে তাৰ চেৰাপৰ দোকানৰ বাৰান্দাতে উঠিবিগৈ।

ভকত। কথাটো দেখিছো, টানেই হল। কব পাৰনে হেৰ বোপাই। সেই ঘৰত মেমেৰা নামেৰে এটা লৰা থাকেনে?

মেমে। বোলো কাৰ কথা কৈছা বুঢ়া আপ! বোলো আমাৰ তাৰৈৰ পো মেমেৰাৰ কথা কৈছানে? (স্বগত) বাপেৰে চকুৰ পানাৰে ধাৰ বোৱাই দিওঁ এতিয়া। (প্ৰকাশ্যে) বোলো আমাৰ তাৰৈৰ পো মেমেৰানে?

ভকত। এৰা বোপাই! সেই মেমেৰাৰ কথাকে কৈছো।

মেমে। স্পষ্টকৈ কোৱা আকৌ! মোৰ তাৰৈৰ পো মেমেৰানে?

ভকত। হয় বোপাই হয়, সেই মেমেৰাই হয়।

মেমে। নকবা আপ! সেই মেমেৰাৰ কথা আৰু নকবা। কপাল! ইয়াকেই বোলে মানুহে অদৃষ্ট। সি মৰিও গ'ল আমাক মাৰিও গল।

ভকত। বোলো কয় কি? (কান্দি কান্দি বিননি বৰি) ঐ বোপাই মেমেৰা! মোৰ মেমেৰা ঐ! তই যে এই বুঢ়াৰ কণাৰ লাখুটি আছিলি।

মেমে। খবৰ্দাৰ, বুঢ়া! ইমান সাহ! মই তোৰ লাখুটিহে হলো নেকি?

ভকত। মই কণা বোপাই! তোক কিদৰে চিনি পাম?

মেমে। তোমাৰ চকু থাকিলেও মোক চিনি নেপালাহেতেন। যিবোৰ বাপেকৰ বুদ্ধি আছে সিহঁতেহে নিজৰ পুতেকক চিনিব পাৰে। বাৰু শুনা বুঢ়া আপ! তোমাৰ লৰাৰ বতৰা মই দিওঁ। (আঠু লৈ) পিতাই! মোক খেমা কৰি

এজোলোকা আশীৰ্ব্বাদ দিয়া। খুন জখমৰ কথা বেছি দিন
লুকাই থাকিলেও সইত বাহিৰ হবই হব।

ভকত। হৰ বোপাই! পোন হৈ থিয় দেচোন। তোকেই দেখোন
মোৰ মেমৰা যেন পাওঁ অ'?

মেমে। আৰু ধেমালি নকৰোঁ—সইত কথা কওঁ পিতাই। মইয়েই
তোমাৰ পো মেমেৰাৰাম। তুমিয়েই মোৰ বোপাই।
মানুহৰ যেনেকুৱা পো হোৱা উচিত, মই তোমাৰ ঠিক
তেনেকুৱাই পো। তোমাৰ যদি কোনোবা পো আছিল
বা আছে বা থাকিব তেন্তে সেইটোৱেই মই।

ভকত। হৰ হয় নেকি অ'? মোৰ যে মনে পতিয়ন যাবলৈ টান
পাইছে। তই যে মোৰ পো তাৰ চিন কি?

মেমে। তুমি যদি বিশ্বাসেই নকৰা পিতাই। মইনো আকৌ
কেনেকৈ বিশ্বাস কৰাওঁ তোমাক? বাৰু, এবাৰ চেষ্টাই
কৰি চাওঁ। দুটামান প্ৰমাণ দিওঁ শুনিবা পিতাই!—
মই তোমাৰ পো—নাম শ্ৰীমেমেৰাৰাম। চন্দন মহাজনৰ
তলত চাকৰি কৰোঁ। তুমি মোৰ পিতাই—নাম
শ্ৰীযুত ভকতৰাম বৰমেধি। আৰু মোৰ আই
অৰ্থাৎ তোমাৰ ইস্তিৰী—তেওঁৰ নাম ভোকোন্দী
বৰমেধিয়নী।

ভকত। ঠিক, বোপাই ঠিক। ভোকোন্দী তাইৰ নাম। আৰু
পৰমানৰ আৱশ্যক নাই। তই মোৰ পো মেমেৰাই হয়।
মোৰ নিজা তেজ-মঙহ লৈ তোৰ জন্ম। বেছ বৈছ! ভগৱন্ত-

বস্তুৱে তাকে কৰক। কিন্তু ইহ! তোৰ মুখত ইমানবোৰ ডাঢ়ি গোফ! তেনেই ভোবোকাৰ হলি! হেৰ, আমাৰ দেখোন সেই মণিপুৰী যুৱীজনীৰ লেজতো ইমান দীঘল ডাঢ়ি নাই। কি ভাইজপ কথা একা?

মেমে। মণিপুৰী যুৱীজনীৰ লেজ আকৌ ওলোটা ফালে অৰ্থাৎ পাছ ফালে। মোৰ দেখোন আগ ফালে? তদুপৰি পিতাই! মই যেতিয়া ঘৰৰ পৰা আহো তেতিয়াই তাইৰ লেজকোছাত মোতকৈ বহুত মোটা ডাঢ়ি আছিল। দীঘলো কম নাছিল একা।

ভকত। সেইবোৰ যি নহওক তোৰ চেহেৰাৰ ভালেখিনি সলনি হল অ' মেমেৰা! পিছে বাৰু কচোন, তোৰনো মালিকৰ লগত কেনে চলিছে? তেওঁক দিবলৈ অলপ 'ভেটী-ভাৰ আনিছিলো। লগ পাম নেকি অ'?

মেমে। কি পিতাই! মোৰ মালিকৰ কথা কৈছানে? যাক বোলে হাডেহিমজুৱে কৰাইচ দেছুৱালী। সেইজনকে তুমি ভেটী-ভাৰ খুৱাব আহিছা নহয়নে? ছিঃ! তাতকৈ তাৰ ডিঙিত জৰী এগছ লগাই দিয়াগৈ। তাৰ তলত চাঁকৰি কৰি এই মেমেৰাৰ হাড কেইডাল থেৰথেৰীয়া হল। মই সঁচাকৈ কৈছো পিতাই! তুমি অহা বাবে বৰ ভাল পাইছো। যদি কাৰাবাক ভেটী দিবই খোজা, তেন্তে দিয়া সেই বসন্ত সাউদক। মানুহৰ লায়েকৰ মানুহ তেওঁ। ডাঙৰ মানুহৰ ঘৰৰ লৰা নে কোন? যিহে বৰুছিছ দিয়ে

তেওঁৰ লগুৱা-লিকচৌবোৰক। তেওঁৰ লগুৱা কেইজনৰ সাজপাৰনো কি চাবা? সেয়েহে কয়—বায়নৰ ঘৰৰ বান্দা মেকুৰীয়েও ৰাগ দিয়ে। পিতাই! যদি মই নিতান্ত চাকৰিয়েই কৰিব লাগে তেন্তে তেওঁৰ বাহিৰে আনৰ তলত নকৰো। মাখিৰ মূৰৰ ঘিউ কাঢ়ি খোৱা দেছুৱালীৰ তলত যদি চাকৰি কৰো, তেন্তে ময়ো দেছুৱালী— পিতাই! তুমিও দেছুৱালী। তোমাৰ চৈধ্য পুৰুষ দেছুৱালী।

ভকত। হেৰ বোপাই! চাকৰি যেতিয়া কৰিবিয়েই মালিকৰ বাছ-বিচাৰ কৰাৰ লাভ নাই।

মেমে। পিতাই! ওহোঁ, তুমি যোৱা। চাকৰি কৰা আৰু মোৰ নহব। চোৱাচোন পিতাই! মোৰ হাত চোৱা। (হাত দেখুৱাই) মোৰ হাতৰ লগত গোটেই কামৰূপ ৰাজ্যৰ মানুহৰ হাত মিলাই কব পাৰো—মোৰ নিচিনা কপালৰ জোৰ কাৰো নাই। চোৱা, পিতাই! চোৱা এই যে দেখিছা দীঘল আঁকডাল—এয়েই হৈছে মোৰ আয়ুস-ৰেখা। আৰু এই যে দেখিছা কিছুমান আঁকবাঁক—এইবোৰ হৈছে মোৰ ইস্তিৰী। মানে—মোৰ ইস্তিৰী-লাভ। এই যে পোন্ধৰ জনী, চোৱা। সিনো আকৌ কি বেছি? তাৰে ভিতৰত এঘাৰ জনী বিধবা ইস্তিৰী আৰু চাৰি জনী কুমাৰী। এজন মানুহৰ পক্ষে এয়ে বহুত। কি কোৱা পিতাই? ইপিনে আকৌ তিনি বাৰ পানীত বুৰা আৰু দুই চাৰি সামান্য বিপদ-আপদ

আছে। ভাগ্য-দেৱতাও যদি ইস্তিৰা মানুহ হয় তেন্তে তেওঁক ভালেই বুলিব লাগিব। নহয়নে বাৰু পিতাই ?

[ [illegible] প্ৰবেশ । ]

বসন্ত। বেছ। সেইমতেই হব নিৰঞ্জন। কিন্তু অলপ খৰধৰ কৰিবা, বুইছা ? চকা পাটত বহাৰ আগতে যেন সকলো তৈয়াৰ হয়। আৰু যে নিমন্ত্ৰণী-পত্ৰবোৰ তোমাৰ হাতত দিছিলো, সেইবোৰো বিলাই দিবা।

নিৰ। নিশ্চয়। সেই বিষয়ে ভাবিব নালাগে দাদা।

মেমে। পিতাই। পিতাই! এৱে সেই মই কোৱা। বুজিছা ?

ভকত। পৰ্‌নাম দৌতা! ভগৱন্ত বস্তুৱে আপোনাৰ কুশল কৰক।

বসন্ত। নমস্কাৰ বুঢ়া আপদেৱ। মোৰ লগত কিবা সকাম আছে নেকি ?

ভকত। এই ডোখৰ মোৰ লৰাপোৱালি দৌতা। যমৰ গু-মূত খাই জায়াই আছে দৌতা !

মেমে। দেউতা! সেই যে মস্ত ধনকুবিৰ দেছুৱালী—মই তাৰ তলত চাকৰি কৰো। পিতায়ে সেই কথা কবলৈ পাহৰিছেই।

ভকত। তাৰ গাত এটা বৰ ডাঙৰ ৰোগ আছে দৌতা! সেইটো হৈছে চাকৰি কৰা বায়ু।

মেমেৰা। মানে—মই দেছুৱালীৰ তলত চাকৰি কৰো নহয়, পিতায়ে তাকে কব খুজিছে দেউতা।

ভকত। সেই মালিকৰ লগত তাৰ আৰু ৰাহি-যোৰা নহা হৈছে। সি আপোনাক বৰ মান্য কৰে দৌতা।

মেমে। মানে—আচল কথা—দছুৱালী মালিকে মোৰ লগত বৰ খেৰাপ ব্যৱহাৰ কৰে দেউতা। সেইবাবে মই কি কৰিব খুজিছো পিতায়ে কব এতিয়া।

ভকত। মই এযোৰ হাঁহ, ডুকঠামান জহা-চাউল, একাঘি মালভোগ কল আৰু এমাদি দৈ আনিছিলো। দৌতাৰ ছিৰি-চৰণত লগাবলৈ বুলি। মানে, মোক লাগে—

মেমে। মানে দেউতা। সহজ কথাত কবলৈ হলে—মোক যি লাগে মোৰ নিজ মুখৰে কোৱাটো ভাল নেদেখি। সেইবাবে মোৰ পিতায়ে—মানে—পিতাই অতি হোজা লোক দেউতা—বুঢা মানুহ—পিতায়ে নিজেই আপোনাক কবু। পিতাই বৰ দুখীয়া দেউতা।

বসন্ত। একেলগে দুই জনে নকলে নহয়নে? কোৱা, তোমালোকক লাগে কি?

মেমে। মানে—মই আপোনাৰ তলত চাকৰি কৰিব খোজো দেউতা।

ভকত। সেয়েহে আচল কথা দৌতা।

বসন্ত। তোক মই চিনি পাওঁ। ভাল কথা। মোৰ তলত তোৰ চাকৰি হব। আজি তোৰ গৰাকী চন্দনমলে মোৰ আগত তোৰ গুণ-কীৰ্ত্তন কৰিছিল। পিছে, চন্দনমলৰ নিচিনা ডাঙৰ মানুহৰ তলৰ চাকৰি এৰি মোৰ দৰে

দুখীয়াৰ ঘৰত চাকৰি কাৰ ভাল পাবিনে ? বেছ ! তই যদি ভালপাৱ, মোৰ একো আপত্তি নাই।

মেমেৰা। আপুনি আৰু মোৰ মালিক চন্দনমল—স্বৰ্গ আৰু মৰ্ত্ত্য। স্বৰ্গৰ তৰা আৰু তাপনাৰ টপা-গঁছু দেউতা ! চন্দনমলে পাইছে টকা আৰু আপুনি পাইছে ভগৱন্তৰ আশীৰ্ব্বাদ।

বসন্ত। বেচ কথা শুনালি কাণত। যা এতিয়া।

পুৰণি প্ৰভুৰ পৰা লভিবি বিদায়,
তাৰ পিছে মোৰ ঘৰ আহিবি বিচাৰি।

বন্ধু নিৰঞ্জন শইকীয়া।
ইয়াকো এযোৰ দিবা নতুন কাপোৰ।

ভকত। হৈছে দেওতা ! এতিয়া সেৱাহে। বল মেমেৰা।

### ঘোষা

কৃষ্ণ এক দেৱ দুঃখহাৰী কমল-খায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ-দেৱ নাহি নাহি আৰ।
সৃষ্টি-স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগত-সাৰ॥

মেমেৰা আৰু ভকতৰ প্ৰস্থান।]

নিৰ। দাদা ! আছে এটা বিনীত প্ৰাৰ্থনা—
কোৱা বাৰু পূৰাবানে তুমি ?

বসন্ত। ধৰি লোৱা আগতেই বুলিলো তথাস্তু।

নিৰ। নকৰিবা অস্বীকাৰ তেনে।
মধ্যে যাম লগতে তোমাৰ

উজনিৰ সহযাত্ৰী হই।

বসন্ত। অভিলাষ যদি তেনেকুৱা

মই একো নকৰো আপত্তি।

কিন্তু, শুনা ভাই নিৰঞ্জন!

কৰিব লাগিব তাত সংযত বচন।

যেতিয়াই যিবা আছে জিভাৰ আগত

নাৱাৰিবা যতে ততে কৰিব প্ৰকাশ।

জানো আমি স্বভাব তোমাৰ,

সেইবাবে নালাগো কথাত।

কিন্তু ভাই! মিনতিৰে কইছো তোমাক—

কোৱা যেন সাৱধানে কথা বিদেশত।

ভুল যদি কোনো জনে বুজে তাত মোক,

চূৰ্ণ হব আশা মোৰ—উদ্দেশ্য বিফল।

নিৰ। বেছ তেনে সেয়ে হব দাদা!

চিত্ত মোৰ শান্ত তাত ৰাখিম সদায়।

মাজে মাজে মৃদু-মধু মিলাই শপত

বিনয়েৰ সুশোভিতো কৰিম ভাষাক।

পুথি-পাজী, জ্ঞান-বুদ্ধি, ধৰ্ম্মৰ বচন,

চোলাৰ মোনাত ৰাখি

তাতঁ মই সুগম্ভীৰ ধৰিম মূৰতি,

পুণ্য-কথা কৰিম শ্ৰৱণ।

ভদ্ৰতাৰ ষতমানে বিধি

কৰিম জানিবা তাত নিশ্চয় পালন।
যদিহে কিঞ্চিত কৰো অন্যথা ইয়াৰ
নকৰিবা আগলই কদাপি বিশ্বাস।

বসন্ত। চাবাইছ শইকীয়া নিৰঞ্জন, চাবাইছ
অৱশ্যে—দেখিলেহে লেখিম পিছত।

নিৰ। বাদ দিয়া কিন্তু দাদা। আজিৰ ৰাতিটো।
আচৰণ চাই মোৰ আজিৰ ৰাতিৰ
নকৰিবা নিৰুপণ ভৱিষ্যৎ-কথা।

বসন্ত। নকৰিবা ভয় সেইবাবে।
তেনে কৰো যদি মই, হব নিষ্ঠুৰতা।
আজি নিশা ভোজৰ মেলত
মেলি দিবা ইচ্ছামতে কৌতুক-নিজৰা।
যায় যেন উটি-ভাহি বান্ধৱৰ দল।
মাগো মই মেলানি এতিয়া,
নাই আৰু কথাৰ সময়।

নিৰ। ময়ো যাওঁ, কৰোগই কৰ্ত্তব্য নিজৰ।
মিলিম পুনৰ আমি ভোজৰ মেলত।

[ দুয়োৰো প্ৰস্থান। ]

---

## তৃতীয় দৰ্শন

### গুৱাহাটী—চন্দনৰ ঘৰৰ কোঠা

[ পদ্মমী আৰু মেমেৰাৰ প্ৰৱেশ । ]

পদুমী। সঁচাকৈয়ে মেমেৰা !
মনত বেজাৰ মই পালো অতিশয় ।
নৰকপুৰীৰ দৰে এই ঘৰখন,
হাঁহি-মাতি তই তাত দৈত্যৰ নিচিনা—
হৰিছিলি মলিনতা বহু পৰিমাণে ।
নিৰানন্দ এই যক্ষপুৰী
আছিলি ইয়াত তই আনন্দৰ জ্যোতি ।
মেলানি মাগিলি আজি,
কৰো আশীৰ্ব্বাদ মই—ভাল হক তোৰ ।
আৰু এটা কথা মোৰ পৰিল মনত
নতুন প্ৰভুয়ে তোৰ
বাতিলই হেনো আজি দিব এটা ভোজ ।
দিবাকৰো আহিব তালই,
দিবি এই পত্ৰ মোৰ লগ ধৰি তই ।
কোনেও নাজানে যাতে দিবি মনে মনে ।
হোঁ, ভালদৰে ৰাখিবি লগত । ( চিঠি দিয়ে )
বুজিলিনে কথা মোৰ ? হবি সাৱধান,

যেন মোৰ নিষ্ঠুৰ পিতাই
ঘূৰ্ণাক্ষৰে নাপায় সম্ভেদ।

মেমেৰা। আহিলো আইটী! এই জনমলৈ। কি বুলি তোমাৰ শলাগ লম নাজানো। তোমাক এৰি যাবৰ সময়ত গিৰ গিৰ কৰি চকুৰ পানী ওলাব খুজিছে। দেছুৱালীৰ ঘৰত যে ইমান স্নেহ-মমতা, এনেকুৱা দয়াৱতী, ৰূপে-গুণে এনে লক্ষ্মী-সৰস্বতীৰ নিচিনা ছোৱালী জন্মিব পাৰে সেই কথা তোমাক দেখা নেপালে বিশ্বাস কৰাই টান। তুমি আইটী! দেছুৱালীৰ ঘৰৰ উপযুক্ত নোহোৱা। আমাৰ কামৰূপীৰ ঘৰত তোমাৰ পোহৰ পাৰবই লাগিব—মই কই থলো, জানিবা। যদি এই কথা মিছা হয়, তেন্তে মোৰ হাতৰ তলুৱাত লোম গজিব! আহিলো আইটী! চকুৰ পানীত পাহৰি গৈছো মই যে মতা মানুহ। মোৰ চকুত চকুপানী শোভা নাপায়। আহিলো আইটী। আহিলো। সেৱাহে। [ মেমেৰাৰ প্ৰস্থান। ]

শতৰূমী। যা, মেমেৰা! যা।
কি পাপত দিনে-ৰাতি দহিছে অন্তৰ,
কৰিছো কিমান পাপ
ঘিণ লাগে নিজৰেই ভাবিলে মনত।
কন্যা মই এনে হেন কৃপণ পিতাৰ
ই যে হায় বিধি-বিড়ম্বনা।
পিতৃ-তেজ আছে মোৰ যদিও দেহত

মন তাৰ নোহে অনুগামী ।
দিবাকৰ ! দিবাকৰ !
ৰাখা যদি তাহানিৰ সেই অঙ্গীকাৰ—
দাসী বুলি চৰণত ঠাই দিয়া মোক,
বিসৰ্জ্জিম পিতৃ-কুল বংশ-পৰিচয়,
লাগিলে সলাই লম নিজৰ নামকে,
হম মই কামৰূপী-নাৰী,
জীৱনে-মৰণে নাথ ! সেৱিকা তোমাৰ । [ প্ৰস্থান । ]

---

## চতুৰ্থ দৰ্শন

### গুৱাহাটী—আলিবাট

নিৰঞ্জন, দিবাকৰ, সুৰেশ্বৰ আৰু শৈলধৰ । ]

দিবা । মোৰ বাবে নকৰিবা আশঙ্কা অলপো
ঠিক সময়তে গই
যোগ দিম ভোজৰ মেলত ।
তাৰ পিছে ধৰলই আহি
ছদ্ম-বেশ কৰি পৰিধান
ক্ষন্তেক পিছতে মই আহিম উলটি ।

নিৰ। হোৱা নাই আয়োজন সম্পূৰ্ণ আমাৰ।
সুৰে। জোৰ লোৱা মানুহবো কৰিম ব্যৱস্থা।
শৈল। মনত আলচা মতে নোহে যদি কাম,
সকলোৰে তাৰবাবে শাম অতি লাজ।
তাতকই কওঁ মই—
এনুৱা চেষ্টাৰ একো নাই প্ৰয়োজন
ব্যৰ্থ হলে বিড়ম্বনা, লাঞ্ছনা ভাগ্যত।
সুৰে। নকৰিবা শঙ্কা অমূলক—
'ফলাফল ফলদাতা বিভুৰ হাতত।'
দিবা। বেলি মাৰ যাবলই
এতিয়াও বহুত পলম।
এইখিনি সময়তে আমি
নিশ্চয় পাবিম হব সম্পূৰ্ণ প্ৰস্তুত
[ মেমেৰাৰ প্ৰৱেশ। ]
আহ মেমেৰা! কি আনিছ দে।
মেমে। চিঠি, দেউতা চিঠি। মেলি চাওক। ভিতৰত পিৰ্থিবীৰ
সমস্ত খবৰ আছে। ( চিঠি দিয়ে )
দিবা। কাৰ লিখা এই চিঠি
দূৰতে চিনিছো দেখি হাতৰ আখৰ।
শুভ্ৰ এই তুলাপাত—
তাতোকই বেছি শুভ্ৰ, সুশ্ৰী, সুকোমল,
যাৰ এই হস্তলিপি তাৰ ওপৰত।

নিৰ। প্ৰেমৰ বাতৰি তাত জানিছো নিশ্চয়।

মেমে। তেনেহলে মোৰ ছুটি মঞ্জুৰ দেউতা ?

নিৰ। কলৈ যাবি অ' মেমেৰা ?

মেমে। দেউতা। মোৰ পুৰণি মালিক দেছুৱালী মহাজনৰ ঘৰলৈ যাওঁ। মোৰ নতুন মালিক কামৰূপী-সাউদৰ ঘৰত আজি নিমন্ত্ৰণ। এই কাম কৰি অহাৰ পিছত নতুন মালিকৰ ভাত চুৱাপাত পোলোৱা কাম মোৰ। বৰ ভাৰাভাৰি দেউতা! বৰ ভাৰাভাৰি।

দিবা। ৰবি এক্কস্তেক। শুন কথা ভালদৰে।
কবিগই পত্নীক নিৰলে গোপনে—
যিদৰে আছিল কোৱা পূৰ্ব্ব বন্দোবস্ত
সেইদৰে হয় যেন কাম, ৰাখিব মনত।
বুজিলিনে ? যা এতিয়া।

মেমে। ভাল দেউতা। আহোঁহে।

প্ৰস্থান

দিবা। আজি নিশালই হব
অভিনৱ দৃশ্য-অভিনয়।
সেইবাবে সকলোটি আছানে প্ৰস্তুত ?
জোৰ লোৱা মানুহবো কৰিছো ব্যৱস্থা।
কোৱা বন্ধুসকল। প্ৰস্তুত সবাই ?

সুৰে। বান্ধৱ, প্ৰস্তুত মই।

শৈল। ময়ো আছো নিশ্চয় প্ৰস্তুত।

দিবা। সেয়ে যদি হয় বন্ধু! তেনে দুয়ো জন
কসন্তৰ ঘৰলই আহিবা ওলাই।
কন্তেক পিছতে মাথোঁ
মযো গই মিলিম তাতেই।

সুৰে। সেয়ে ভাল কথা। কথামতে হব কাম।

[ সুৰেশ্বৰ আৰু শৈলধৰৰ প্ৰস্থান। ]

নিৰ। দিছে জানো এই চিঠি ৰূপহী পদুমী?

দিবা। সঁচা বন্ধু! পত্ৰ পদুমীৰ
তোমাৰ আগত একো নকৰো গোপন।
কৰিছে নিৰ্দ্দেশ তাত—কিনো উপায়েৰে
পিতৃৰ গৃহৰ পৰা কৰিম উদ্ধাৰ।
বহুখিনি ধন-সোণ মুকুতা-মাণিক
আনিবৰ বাবে প্ৰিয়া ৰাখিছে গোটাই।
ছদ্মবেশী লৰা এটি সাজি
মোৰ বাবে ৰব বাটচাই।
মোহিনী পদুমী মোৰ কিমান সুন্দৰ!
সেই যক্ষ দেছুৱালী—
যদি বন্ধু! কিবা দৰে যায় স্বৰ্গলই,
যাব তাৰ কন্যাৰ পুণ্যত।
পদুমীৰ সমীপত কোনো দুৰ্ভাগ্যই
নোৱাৰে তিষ্ঠিব এটি মুহূৰ্ত্তৰ বাবে,
পুৰুষা সৌভাগ্যৱতী প্ৰেয়সী পদুমী।

আঁহা বন্ধু! মোৰ লগে লগে।
জোৰ-ধৰা মানুহৰো নাই প্ৰয়োজন
পদুমীয়ে লব সেই ভাৰ।

[ দুয়োৰো প্ৰস্থান।]

---

## পঞ্চম দৰ্শন

### গুৱাহাটী—চন্দনমলৰ চোতাল

চন্দনমল আৰু মেমেৰাৰ প্ৰৱেশ।]

চন্দন। বেছ কথা মেমেৰা! চকু যদি আছে তোৰ
চাই ল, বুজি ল, ভালদৰে তই—
বসন্ত চন্দনমল কিমান তফাৎ।
কতা? কেনি গল জীয়ৰী পদ্মিনী?
জানিবি সঁচাই তই, ইয়াত যিদৰে
বঢ়ালি গাহৰি-পেট খাবলৈ পাই
সেই কথা নেচেলিব তাত।
নতুন মালিক তোৰ নোহে মোৰ দৰে।
পদ্মিনী! অ' পদ্মিনী!—
শুন আৰু মেমেৰা,

টোপনিত কুম্ভকর্ণ হই
নোৱাৰ বজাব ভাত নাকৰ বাজনা।
পদ্মিনী ! অ পদ্মিনী ! কেনি গলি বেটী ?

মেমে। বোলোঁ। পদুমী আইটী! অ পদুমী আইটী! ওলাই আহা।

চন্দন। তোক আকৌ কোনে চিঞৰি টেটু ফালিব দিছে অ ? উল্লুক ! দগাবাজ !

মেমে। কিয়, কত দিন দেখোন মোক কৈছিল—মই হেনো নর্কলে একে কাম নকৰো। সেইদেখিহে মাতিছো আকৌ।

[ পদুমীৰ প্ৰবেশ।

পদুমী। মাতিছানে মোক পিতা ? কি সকাম ?

চন্দন। শুন বেটী ! পালো নিমন্ত্ৰণ
আজি ৰাতি যাম মই ভোজ খাবলই।
এই নে সঁচাৰ-কাঠী (চাবি দি)
কিন্তু কিয় যাম ? কিহৰ গৰজ ?
নোহে এই নিমন্ত্ৰণ
অন্তৰৰ মিলাপ্ৰীতি, বন্ধুত্বৰ বাবে।
মোৰ বাবে নিৰামিষ সুকীয়া ব্যৱস্থা
বাঃ—কি উদাৰতা !
তোষামোদ, লেবেলা স'দৰ,
মই জানো বুজি পোৱা নাই ?
তথাপিতো, যাম মই পৰম হ্ৰাপাৰে
অন্ধ্ৰধ্বংস কামৰূপীয়াৰ

কৰিম—নিশ্চয় কৰিম।
পদ্মিনী! শুন বেটী! খুব হুচিয়াৰ
দুৱাৰ-খিড়িকী যত চাবি ভালদৰে।
উঠি ঘনে ঘনে ভই—পেৰা, আলমাৰি
বিছনা, চাঙৰ তল কৰিবি পৰীক্ষা।
ঘৰ এৰি যাবলই অনিচ্ছা অতিকে'
মনে যেন কয় ঘনে ঘনে—
হব পাৰে সৰ্ব্বনাশ এৰি গলে ঘৰ,
সুখ-শান্তি সকলোকে হেকৱাম মই।
তাতে মই যোৱা ৰাতি
দেখিছিলো সপোনত সোণৰ থলিয়া।

মেমে। যাব হজুৰ! দহোকুৰি, যাব। নগলে মোৰ নতুন মালিকে বৰ বেয়া পাব। তেওঁ আপোনালৈ বাট চাই আছে।

চন্দন। ময়ো আছো বাট চাই তাৰ কাৰণেই।

মেমে। তেওঁলোক সকলোৱে মিলি মন্ত্ৰণা কৰিছিল হজুৰ! যিবোৰ মুখা-পিন্ধা মানুহ সিহঁত বহুকৰ্ম্মী। কিন্তু মই সেই কথা নকওঁ। কিজানি আপুনি নেদেখেই। শনিবাৰে মৰ-আউসীৰ নিশা মিছাকৈয়ে মোৰ নাকেদি তেজ ওলাইছিলনে? আকৌ তাৰ চাৰি বছৰৰ পিছত কৃষ্ণপক্ষৰ মঙলবাৰে গাৰ লোম দেখা-নেদেখা সময়ত আকৌ এবাৰ সেই হজুৰ! আকৌ এবাৰ!

চন্দন। অৱশ্যে। আছে ছদ্ম মুখা-অভিনয়।
পদ্মিনী। শুন বেটী।
যেতিয়াই শুনিবি বাটত
কাণতাল-মাৰি-বজা ঢাক, ঢোল, কালী
ভালদৰে দিবি দাং, জপাবি দুৱাৰ।
খবৰ্দাৰ বেটী! নাচাপিবি খিড়িকীৰ কাষ।
ভাওনাৰ বাবে যাব
সাজিপাবি কামৰূপী দল।
আনকি নাচাবি জুমি বেৰ-জলঙাৰে;
চোৱা মহাপাপ, অশুভ ধৰ্ম্মৰ।
ধৰ্ম্মৰ ঘৰত মোৰ অধৰ্ম্মৰ বোল
চাবি বেটী, কোনোমতে নিদিবি পশিব।
ভোজ খাবলই যোৱা
নাছিল সমূলি ইচ্ছা, ওলালো তথাপি।
আগবাঢ় তই মেমেৰা!
কৰিগই, যাব লাগিছো মই।

মেমে। তেন্তে মই আগবাঢ়ো হজুৰ! (পদ্মিনীৰ ওচৰলৈ গৈ কাণৰ কাষত কয়)
আইটী! খিডিকীৰে বাজ হৈ মুখ উলিয়াই চাবা।
দেখিবা—
কামৰূপী একজন বাটত,
মুগ্ধ দেহুৱালী-বালা চকুৰ ঠাৰত।

[ প্ৰস্থান। ]

চন্দন। সেই গো-মূৰ্খই বিৰিংবাৰাং কৰি কি বলকি গল অ’ বেটী ?

পদ্ম। কলে মোক—আইটী! আহিলো এতিয়া।
তাৰ বাদে কিনো কব পিতা মোক ?

চন্দন। মূৰ্খ বহুৱা! নাছিল তেনেই বেয়া,
কিন্তু হলে খায় খুব বেছি।
খোজ কাঢ়ে কাছৰ নিচিনা,
টোপনিত কুম্ভকৰ্ণ—তাৰো আজো-ককা।
পদ্মিনী! যা বেটী ঘৰলই।
নহয় পলম মোৰ, আহিম বেগতে।
মই কোৱা কথাবোৰ ৰাখিবি মনত।
হুচিয়াৰ, খুব হুচিয়াৰ;
বন্ধ কৰ যতমানে দুৱাৰ-খিড়িকী।
বন্ধ হই ৰলে ঘৰ, নাই একো ভয়
টকা-কড়ি থাকে নিৰাপদে।
শাস্ত্ৰৰ বচন :—বন্ধ ঘৰ
থাকে লক্ষ্মী সহস্ৰ বছৰ।
এই কথা মানি চলে যেয়ে
জীৱনত তাৰ একো নহয় অভাৱ।
যাওঁ মই—নকৰিবি ভুল।

হাতত লাখুটি, লেম আদি লৈ প্ৰস্থান। ]

পদুমী। আহিবা হৃদয়-নিধি!
কৰযোৰে মাতিছো তোমাক।

ভাগ্য যদি নোহে প্ৰতিকূল—
যাম দুয়ো তৰী বাই, নাই তাত ভুল।

[ প্ৰস্থান। ]

---

## ষষ্ঠ দৰ্শন

[ ছদ্মবেশে নিৰঞ্জন আৰু সুৰেশ্বৰৰ প্ৰবেশ। ]

নিৰ। এয়ে সেই বকুলৰ তল—
ওচৰতে চন্দনৰ দুমহলা ঘৰ।
দিবাকৰে দি গল ইঙ্গিত—
বাট চাই ইয়াতেই ৰব লাগে আমি।

সুৰে। এতিয়াও দিবাকৰ নাহিল দেখোন?

নিৰ। আলমপলম তাৰ অতি আচৰিত।
মিছাতে মানুহে কয়:—
সময়ৰ আগবাঢ়ে প্ৰেমিকৰ দল।

সুৰে। নব প্ৰেম-প্ৰতিশ্ৰুতি পালনৰ বাবে
নক্ষত্ৰ বেগেৰে উৰে
অতনুৰ দূত যত পাৰ-পখীবোৰ।
তথাপি পলম?

নিৰঞ্জন। ভীষণ সমস্যা!

কোৱাচোন বাৰু তুমি বাজখোৱাদেৰ!
যি ভোকেৰে বহে মানুহ ভাতৰ পাতত
থাকে জানো সেই ভোক খোৱাৰ শেষত?
যি বেগেৰে কৰে অশ্ব যাত্ৰা-আৰম্ভণ
কৰে জানো সেই বেগে যাত্ৰা-সামৰণ?
সেইদৰে, কোনো বস্তু পোৱাৰ আগতে
বাসনাৰ তীব্ৰ ক্ষুধা জাগে অন্তৰত,
কিন্তু যেতিয়াই বাৰু পোৱা যায় তাক
কৰেনে কিমানখিনি ভোগ-উপভোগ।

[ দিবাকৰৰ প্ৰৱেশ। ]

সুৰে। এই যে ভায়া দিবাকৰ।

দিবা। মৰমৰ বন্ধুসকল। ধন্যবাদ
মোৰ বাবে অত বেলি আছা বাট চাই।
ঘটনাৰ পাপচক্ৰে ঘটালে পলম,
দোষ মোৰ কৰিবা মাৰ্জনা।

[ দুৱাৰ মেলি ওপাই আছে পুৰুষবেশী পদ্মী। ]

কোন? কোনে আহি মেলিলে দুৱাৰ?

পদ্মী। কোনে মাতে? দিয়া সত্য পৰিচয় মোক।
লাগিছে চিনাকি যেন,
পৰিচিত যেন লাগে এই কণ্ঠস্বৰ।

দিবা। প্ৰিয়ে! দিবাকৰ—মই যে তোমাৰ।

পদু। দিবাকৰ! মোৰ তুমি?
কোৱা প্ৰিয়! সত্য জানো বচন তোমাৰ?
তুমি মোৰ—সত্য—নাই তাত ভুল;
কিন্তু নাজানো স্বৰূপ,
সঁচাকৈয়ে হও জানো পদুমা তোমাৰ?
দিবা। জানে দেৱতাই—
পদুমী! একান্তই তুমি মোৰ—তুমি মোৰ।
পদু। নিশাৰ এন্ধাৰ—সেইবাবে শান্তি মোৰ,
ই বেশত ভালদৰে নেদেখিবা মোক।
পাইছো পৰম লাজ লই এই বেশ
কিন্তু কোৱা পাবো কি কৰিব?
প্ৰেমেই কৰিছে মোক অন্ধ, দৃষ্টিহীনা।
যি ভুল প্ৰেমিকে কৰে
সেই ভুল নিজেতো নেদেখে।
দেখা হলে এই মোৰ পুৰুষৰ বেশ
সুকোমল মদন-দেৱতা
মৰহিলহেতেন লাজতে।
দিবা। হাতত প্ৰদীপ লই নামি আঁহা প্ৰিয়া!
পোহৰ দেখুৱা বাব ভাগত তোমাৰ।
পদু। অসম্ভৱ কথা! হাতত প্ৰদীপ লই
নোৱাৰো কৰিব মই লাজতে প্ৰকাশ।
গোপনে গোপনে ৰম আলেঙ্গে-আলেঙ্গে

আন্ধাৰত মুখ লুকুৱাই।

দিবা। থাকিব গোপন হই স্বৰূপ তোমাৰ।
নকৰিবা ভয়, কাৰ সাধ্য চিনি পায় ?
সাজিছা যে তুমি এবে ধুনীয়া লৰাটি।
আহা শীঘ্ৰে প্ৰিয়া। নিশা হব অৱসান,
আছে আজি নিমন্ত্ৰণ বসন্ত গৃহত।

পদু। তেন্তে মই জপাওঁ দুৱাৰ।
আৰু ৰঙ সোণ-ৰূপ, অলঙ্কাৰ লই
অচিৰে মিলিম প্ৰিয়! তোমাৰ লগত।

[ দুৱাৰ জপাই ভিতৰ সোমায়। ]

নিৰ। নোহে দেছুৱালী বালা, কইছো সচাই
কামৰূপী গৃহলক্ষ্মী হব অৱশ্যেই।

দিবা। শুনা বন্ধু! কৰা যদি কথাত বিশ্বাস
বৰ ভালপাওঁ মই এই বালিকাক।
বুজিছো যিমান মই—
অতিশয় বুদ্ধিমতী—চকুতে প্ৰমাণ।
সতী সাধ্বী গুণৱতী বুলি
ভালদৰে পাইছো চিনাকি।

নিৰ। যোৱা তোমালোক,
আহিম পুনৰ মই পদুমীক লই।

[ দিবাকৰৰ প্ৰস্থান। অমিয়ৰ প্ৰৱেশ। ]

অমিয়। কোন ? কোন তোমালোক ?

নিৰ্ঁ। ইকি! দাদা অমিয়কুমাৰ? মই নিৰঞ্জন শইকীয়া
লগত আছে মোৰ সুৰেশ্বৰ ৰাজখোৱা।

অমিয়। ছি ছি বন্ধু!
এতিয়াও তোমালোক আছা বাহিৰত?
কেনি গল আনবোৰ?
ভোজৰ সকলো ঠিক—আঁহা সোণকালে
পাত-পানী দিয়া হই গল।
অভিনয় আজিলই থাকিল স্থগিত।
বলিছে বতাহ—খোৱা-বোৱা হলে শেষ
মেলিব খুজিছে নাও বন্ধু বসন্তই
পাৰি দিব উজনিৰফালে।
কুবিজন অনুচৰ পঠায় লগত।
আহা সোণকালে
তোমালোক দুজনকে ফুবিছো বিচাৰি।

নিৰ। শুনি সুখপালো অতিশয়।
মেলিব পাৰিলে নাও আজি ৰাতিতেই
অধিক আনন্দ আৰু নাই ভাতোকৰি।

সকলোৰে প্ৰস্থান।]

---

# সপ্তম দৰ্শন

## ৰংপুৰ—প্ৰতিভাৰ কাৰেং

এটা সুসজ্জিত কোঠাৰ এমুৰে আৰকাপোৰ পেলোৱা আছে। ভেৰী বাজিল—লগে লগে প্ৰতিভা, নিৰ্মলা আৰু পাৰিষদসকলৰ লগত সিন্ধুৰাজ সোমাই আহিল। বাজনা বাজি থাকে।

প্ৰতি। মহাৰাজ! যোৱা আগবাঢ়ি
দাঙি চোৱা ঢাকনি-কাপোৰ।
দেখা পাবা তিনিটা সঁফুৰা,
তিনিৰ মাজৰ পৰা
চিনি লোৱা প্ৰকৃত সঁফুৰা।

সিন্ধু। (ভয়ে ভয়ে গৈ আঁৰকাপোৰ তুলি দিয়ে। তিনিটা সজাই থোৱা সঁফুৰা চকুত পৰাত ওচৰলৈ গৈ সেইবোৰ বাৰে বাৰে চায়।)

প্ৰথমতে আছে এই সোণৰ সঁফুৰা।
লিখা আছে তাত—"মোক যেয়ে কৰিব গ্ৰহণ
সেই জনে পৃথিবীৰ বহু মানৱৰ
কৰিব পাৰিব লাভ বাঞ্ছিত ৰতন।"
দ্বিতীয় সঁফুৰা এই ৰূপেৰে নিৰ্ম্মিত,
লিখা আছে গাত—"মোক নিলে পাবা দান

যি পাবৰ বাবে তুমি হোৱা যোগ্যবান।”
সীহেৰে নির্ম্মিত এই তৃতীয় সঁফুৰা
লিখা আছে—“হেকৱাবা আছে যিখিনিও।”
দেখা পালো অপৰূপ তিনিটা সঁফুৰা,
তিনিটাতে অজানিত সাঁথৰৰ ভাষা
আচল কোনটো তাৰ কিদৰে জানিম ?

প্রতি। এটাৰ মাজত তাৰ আছে চিত্র মোৰ।
যদিহে বিচাৰি তুমি পোৱা সি সঁফুৰা
ধৰি লবা লগতেই মোকো পালা বুলি।

সিন্ধু। বেছ! সেয়ে হব।
আকাশৰ দয়াশীল দেৱতাসকল।
কৰাহি সহায় মোক অদৃশ্য ভাবেৰে।
পঢ়ি চাই পুনুবাৰ কৰিম বিচাৰ।
সোণৰ সঁফুৰা এই লিখা আছে তাত—
“মোক যেয়ে কৰিব গ্রহণ,
পৃথিবীৰ বহু মানৱৰ
কৰিব পাৰিব লাভ বাঞ্ছিত ৰতন।”
বহু জনে বাঞ্ছা কৰে এই ৰূপহীক।
দেশ-বিদেশৰ পৰা আহে দলে দলে
কিমান বিচিত্র পাত্র তীর্থযাত্রী হই;
উপাসনা কৰে সুৰে আহি
মন্দিৰত পুণ্যময়ী জীৱন্ত প্রতিমা।

ই তিনি সফুৰা—ইয়াৰ মাজত আছে
দেৱীৰ বিচিত্র চিত্র, পূজাৰীৰ প্রতি
সৌভাগ্যৰ পূর্ণপাত্র, আশীর্ব্বাদ লই।
সেই চিত্র—দেৱীৰ মূৰুতি
অসম্ভৱ ঘৃণনীয় সীহৰ মাজত,
অসম্ভৱ কল্পনাই তাৰ।
আৰু তই ৰূপৰ সঁফুৰা।
নোৱাৰে থাকিব ছবি তোৰো ভিতৰত।
তেনেকুৱা চিন্তা কৰা পাপ,
তোতকৰি বহু গুণে সোণ মূল্যবান।
সোণতোকো নীচ ধাতু ৰূপৰ বক্ষত
স্বর্ণময়ী দেৱী মূর্ত্তি নহয় প্রতিষ্ঠা।
আছে, হেনো প্রাগজ্যোতিষত
প্রচলিত সোণৰ মোহৰ
চিত্র তাৰ ওপৰত কামাখ্যা-দেৱীৰ।
সোণৰ সফুৰা এই ইয়াতে নিশ্চয়
আছে সেই পুণ্য ছবি নকৰো সংশয়।
দিয়া চাবি, বাছি ললো এই যে সঁফুৰা।
হে দেৱতা। মনস্কাম কৰিবা পূৰণ।

প্রতি। লোৱা চাবি। মেলি চালে পোৱা যদি ছবি
তেনেহলে জানি লবা পালো বুলি মোক।

(চাবি দিয়ে)

সিন্ধু। (সঁফুৰা মেলি এখন চিত্ৰত এটা নৰকঙ্কাল দেখা পাই অদ্ভুত বিস্ময়েৰে)

ইকি—ইকি। অদ্ভুত ছলনা।
নতু মোৰ নয়নৰ ভ্ৰম?
মৃত-শিৰ নৰ-কঙ্কাল—শূন্য চকু গহ্বৰত।
লিখা আছে সুতীক্ষ্ণ ভাষাৰে:—
"জনা নাই বাৰু মোক কোৱাচোঁ কোন?
চিকমিক কৰিলেই নহয় সোণ।
দেখিয়ে ঢাকনি নিচিন্তি আন,
বহুতো মূৰ্খই বেচিছে প্ৰাণ।
নাজানিলা হায় সোণৰ মহিমা,
সুবুজিলা তুমি লিখাৰ ভঙ্গিমা।
মাটিৰ দেহত লিখা সোণৰ সাৰ,
নোপোৱা ৰূপহী—এবে নমস্কাৰ।
বিদায়! বিদায় প্ৰতিভা!
ব্যৰ্থতাৰ মহাভাৰ তুলিলো শিৰত।

[পাৰিষদবিলাকৰ লগত প্ৰস্থান।

প্ৰতি। লওঁ এটি বাৰলৈ স্বস্তিৰ নিশ্বাস।

নিৰ্ম্মলা। টান দিয়া ঢাকনি-কাপোৰ
আঁৰত লুকাই বক ভাগ্যৰ সঁফুৰা। [প্ৰস্থান।]

# অষ্টম দৰ্শন

## গুৱাহাটী—আলিবাট

[সুৰেশ্বৰ আৰু শলধৰ।]

সুৰেং। ইমানতো যদি মোৰ কথা বিশ্বাস নকৰা উপায় নাই। মই নিজ চকুৰে দেখিছো—পাল তৰি নাও মেলি দিয়া। সেই নাৱত বহি গৈছে বন্ধু বসন্তকুমাৰ। লগত নিৰঞ্জন। সেই নাৱত দিবাকৰ কেতিয়াও যোৱা নাই। বিশ্বাস কৰা গোঁসাইদেও। মোৰ কথা বিশ্বাস কৰা।

শল। সেই লাপুং দেছুৱালীৰ দেদাৱৰীত স্বয়ং বৰফুকন দেৱৰো ওলাই আহিবলৈ তত-চূৰ্ত্তি হেৰাল। ধেঙৰটোৰ লগত বসন্তকুমাৰ যোৱা নাওখন বিচাৰি গৈছে।

সুৰে। বৰফুকন দেৱ পলম কৰি আহিল। নাও যে পাল উৰাই বহু দূৰ উজাই গল। এতিয়ামানে কুকুৰা-পৰ্ব্বতৰ কাষ পাবগৈ পায়। কিন্তু কলে কোনে? বৰফুকন দেৱে শুনিলে কত? দিবাকৰৰ লগত পদুমী পলাই যোৱা বুলি কাৰ মুখৰ পৰা ওলাল? কোনোবাই তেওঁলোকক নাৱত যোৱা দেখিলে নেকি? ইফালেদি অমিয়কুমাৰ আহি বৰফুকন দেৱক কৈছে যে দিবাকৰ—পদুমী সেই নাৱত নাই বুলি তেওঁ ডাঠি কব পাৰে।

শৈল। এনে চন্দালৰ খং মই আরু দেখা নাছিলো দেও। বুঢ়াৰ পৰকিতি লৰিছে। এনে বিকট দেদাৰৱী কটা! কি কাণতালমৰা চিঞৰ! বাপ্ ৰে বাপ্। কাণৰ কণামাকৰি সৰে। সেই বুঢ়া ধেঙৰে কি বুলি চিঞৰিছিল শুনিবানে? "হেৰেই হুতছিৰিযাতী লক্ষীচাৰী বেটী। মোৰ টকাবোৰ! সোণৰ হাৰ! হায়ৰে হায়! মোৰ মূৰত টাঙোন মাৰি সোপাকে নিলি। তাৰে কামৰূপীয়াৰ বুকু ভৰালি! ঐ জহনীতযাতী! বিচাৰ! বিচাৰ! আইন! আইন! মোৰ নিজৰ বেটীয়ে বুকুত কামোৰ মাৰিলে ঐ! এটকা নহয়—দুটকা নহয়—দুথলিয়াকৈ টকা! হায়ৰে হায়! তাৰ ওপৰতো মণি-মুকুতা দুখনকৈ হীৰা—লাখ লাখ টকা! খালি, খালি ঔ! বাপেৰৰ মূৰ খালি। বিচাৰ—বিচাৰ লাগে। মোৰ টকা-কড়ি সৰ্ব্বস্ব লৈ গৈছে—তাৰ বিচাৰ লাগে।" কেনে শুনিলা ৰাজখোৱা?

সুৰে। চাবাইচ গোঁহাইদেও! বুঢ়াৰ ভাওটো হুবহু অভিনয় কৰি দেখুৱালা। লতাশীলৰ ফালৰ লৰা-ছোৱালীবোৰে বুঢ়াক হৈ দি পাছে পাছে 'টকা টকা' বুলি চিঞৰি ফুৰিছে।

শৈল। এতিয়া বন্ধু অমিয়কুমাৰ সাৱধান হওক। বুঢ়াই তেওঁক শুদাই মৈৰে। তেওঁৰ ওপৰতে সুতেমূলে ইয়াৰ হোৰ তুলিবলৈ চাব।

সুৰে। ভাল কথা মনত পেলালা গোঁহাইদেও! কালি এজন

বিদেশীৰ মুখত শুনিলো—বোলে সুন্দৰবনৰ ওচৰত এখন ৰৰ ডাঙৰ কামৰূপীয়া ডিঙা বুৰিছে। মালে-বস্তুৱে হেনো গাজ খাই আছিল। শুনা মাত্রেই মোৰ বুকখন চিৰিং কৰি উঠিল। মনত পৰিল বন্ধু অমিয়কুমাৰৰ ডিঙাৰ কথা। কিন্তু কিয় সেই কথা মোৰ মনত খেলালে? কিয় এনে অমঙ্গল চিন্তা? সেই ডিঙা বন্ধু অমিয়কুমাৰৰ হৰই নোৱাৰে।

শৈল। যি শুনিলা সেই কথা বন্ধু অমিয়কুমাৰক জনোৱাটো উচিত। নহয়—নেলাগে। জনোৱাটো উচিত হব জানো? শুনিলে তেওঁ মনত বৰ বিষম পাব দেহি।

সুৰে। এনেকুৱা মৰমিয়াল মানুহ বিশ্বত আৰু দ্বিতীয় জন নাই। অমিয় আৰু বসন্তৰ বিদায় লোৱা দৃশ্য কি করুণ! এই দুই চকুৰে চাই দৃষ্টিশক্তি সাৰ্থক কৰিছো। বসন্তই কলে—"সোণকালে উলটি আহিম নেকি বন্ধু?" অমিয়ই কলে—"কেতিয়াও নালাগে। মোৰ বাবে ক্ষতি-স্বীকাৰ কৰিব নালাগে। যিমান দিন কাৰ্য্যসিদ্ধি নহয়, সিমান দিন তাত তুমি থাকিবই লাগিব। তাৰ যেন অন্যথা নকৰা। দেছুৱালীৰ ধাৰৰ খতৰ বাবে যেন চিন্তা কৰি তোমাৰ প্ৰণয়-সপোন মলিন নকৰা। কেনেকৈ সেই প্ৰেয়সী-ৰতন লাভ হয় তাৰ বাহিৰে আৰু আন চিন্তা নকৰিবা। টকাৰ বিষয়ে—খতৰ বিষয়ে, লাগিলে চিন্তা কৰিম্ তোমাৰ এই বন্ধুৱে। কথা কওঁতে দুই জনৰ চকু চলচলীয়া হল।

দুয়ো মুখ ঘূৰালে। কি স্বৰ্গীয় সেই বিদায়-দৃশ্য। নাও চকুৰ আঁৰ নহওমানে অমিয়ই নিমিষ নমৰাকৈ পাৰৰ পৰা চাই আছিল।

শৈল। মই ভাবো—গোটেই পৃথিবীকে অমিয়কুমাৰে ভালপায়। মৰ্ত্ত্যৰ সকলো জীৱলৈ তেওঁৰ অসীম ভালপোৱা। বলা, অমিয়কুমাৰ কত আছে বিচাৰি উলিয়াওগৈ। বন্ধু বিচ্ছেদত বৰ কাতৰ হৈ পৰিছে। এই সময়ত আমি গৈ দুআষাৰ মিঠা কথা কৈ তেওঁক সান্ত্বনা দিয়া উচিত।

স্নুৰে। ঠিক কথা কৈছে, বলা গোঁহাইদেও।

[ দুয়োৰো প্ৰস্থান। ]

---

# নৱম দৰ্শন

## প্ৰতিভাৰ কাৰেং

[ সপ্তম দৰ্শনৰ দৰে। লগে লগে প্ৰতিভা নিৰ্ম্মলা আৰু পাৰিষদসকলৰ সৈতে দৰৱী-কোঁৱৰৰ প্ৰৱেশ। ]

প্ৰতি। শুনা হেৰা দৰৱী-কোঁৱৰ!
সউ যে দেখিছা তুমি তিনিটা সঁফুৰা
এটাৰ মাজতে তাৰ আছে চিত্ৰ মোৰ।

বাছি যদি উলিয়াব পাৰা,
জানিবা সঠিক তুমি—
পৰিণয় নিশ্চিত আমাৰ।
নোৱাৰিলে উলিয়াব বাছি
মুখেৰে নকৰি একো মন্তব্য-প্ৰকাশ
কৰিব লাগিব তুমি তুৰন্তে প্ৰস্থান।
দৰৱী। গাভৰু! ললো মই তিনিটা শপত।
প্ৰথম শপতমতে—
বাছো মই কোনটো সঁফুৰা,
সেই কথা কতো গই নকৰো প্ৰকাশ।
দ্বিতীয় শপতমতে—
হলে পৰাজয়,
নকৰাওঁ বিয়া মই এই জীৱনত।
তৃতীয় শপতমতে—
হও যদি ব্যৰ্থ-মনোৰথ,
তুৰন্তে কৰিম মই স্বস্থানে প্ৰস্থান।
প্ৰতি। বিচাৰি আহিছে যেয়ে এই অভাগীক
সেয়েই কৰিছে পণ তোমাৰ নিচিনা।
দৰৱী। এইবাৰ হক মোৰ সৌভাগ্য-পৰীক্ষা।
সোণ—ৰূপ—সীহ
"মোক যদি লোৱা তুমি বাছি
যিবা আছে তাকো হেৰুৱাবা"।

কিয় হেকৰাম ?
তুচ্ছ সীহ !
তাৰ আগে হওঁ লোৱা অধিক ৰূপহ।
কিয় দিম উচ্চ মূল্য তুচ্ছৰ কাৰণে ?
সোণৰ সঁফুৰা !
চাওঁ তোৰ মুখখনি কিনো কয় তই।
"মোক যেয়ে কৰিব গ্ৰহণ—
পাব সেয়ে বাঞ্ছা যাক কৰে বহু জনে।"
"বহু জন" তাৰ মানে—যত মূৰ্খজন।"
সংখ্যা যাৰ সৰ্ব্বাধিক এই পৃথিবীত।
নোহো মই তেনেকুৱা মূৰ্খৰ দলত।
এইবাৰ চাওঁ তোক ৰূপৰ সঁফুৰা !
কিনো ভাষা, কি বতৰা ৰাখিছ বুকুত ?
"মোক যদি লোৱা বাছনিত,
পাবা তাকে যাৰ বাবে তুমি যোগ্যৱান।"
সুন্দৰ ! চমৎকাৰ !
মনৰ জোখাৰে মই পাইছো বিচাৰি।
যোগ্যভোগ্য বসুন্ধৰা—শাস্ত্ৰৰ বচন,
প্ৰতিভা-লাভৰ বাবে
নিশ্চয় নিশ্চয় মই যোগ্যতম জন।
বাছি ললো ৰূপৰ সঁফুৰা,
পুনুৰাৰ পঢ়ি চাওঁ লিখা :—

"মোক যদি লোৱা বাছনিত
পাবা তাকে যাৰ বাবে যোগ্যৱান তুমি।"
ৰূপহী প্ৰতিভা দেৱী!
এইবাৰ তুমি বাক্ত নহলানে মোৰ?
দিয়া, চাবি দিয়া মোক
খোলো মই ৰূপৰ সঁফুৰা,
নিজহাতে খোলো মোৰ ভাগ্যৰ দুৱাৰ।
(চাবি লৈ সঁফুৰা খুলি 'মুখ এজনৰ' ছবি পাই বজ্ৰাহত হয়।)
প্ৰতি। পালা যাক—সেয়ে মোক কৰিলে দুৰ্লভ।
দৰণী। ইকি! অতি আচৰিত!
ছবিহে এখন মাথোঁ মূখ এজনৰ।
দেখিছো দুশাৰী কথা তাৰ তলতেই
পঢ়ি চাওঁ তাত বাক্ত আছে কিনো লিখা।
প্ৰতিভাবে এই চিত্ৰ কিমান প্ৰভেদ,
আশা বাসনাৰ মোৰ বিপৰীত ছবি!
"মোক ললে পাবা তুমি যোগ্য যি পাবৰ।"
হায় হায় এয়ে জানো ন্যায্য প্ৰাপ্য মোৰ?
মূৰ এটা জধা মূৰুখৰ
এয়ে নেকি পুৰস্কাৰ মোৰ?
ইয়াতোকো বেছি মই নোৱাৰোনে পাব?
প্ৰতি। দোষ-ত্ৰুটী আলোচনা বিচাৰৰ সতে
নোহে এক—ভিন্ন-বস্তু স্বভাৱ বিৰোধী।

দৰঙী। পঢ়ি চাওঁ লিখাঃ—

"ৰূপৰ মায়া কায়াৰ ছায়া
মন্ত্ৰৰ গুণ বিচাৰত ঘুণ;
নাপালা ফুল কৰিলা ভুল
অহা বাটে যোৱা, নমস্কাৰ লোৱা।

ইয়াৰ পিছতো আৰু থাকিলে ইয়াত
প্ৰমাণিত হম মই মহামূৰ্খ বুলি।
অদৃষ্টৰ পৰিহাস শিৰপাতি লই
যাওঁ মই নিৰাশ মনেৰে
হে সুন্দৰী! বিদায় এতিয়া!

[ ' ।।ৰষদবিলাকৰ লগত দৰণীৰ প্ৰস্থান।]

প্ৰতি। এই দৰে বস্তিৰ শিখাত
পুৰি মৰে জাকে জাকে পতঙ্গৰ দল।

নিৰ্ম্মলা। সেয়েহে মানুহে কয়—নাই তাত ভুল
ধন আৰু পত্নীলাভ কপালেই মূল।

প্ৰতি। আঁৰকাপোৰখন পেলাই দি আহ নিৰ্ম্মলী! যাওঁ এতিয়া।

[ কেৰপাইৰ প্ৰৱেশ।

কেৰ। আইদেউ!

প্ৰতি। কি সংবাদ কেৰপাই কাই?

কেৰ। আলহীঘৰত এজন মানুহে বাটচাই আছেহি আইদেউ! সি হেনো গুৱাহাটীৰ পৰা আহিছে। তাৰ পৰাকী ৰূপহ ডেকা এজনো বোলে পায়হিছে। অহাৰ আগতে

তেওঁ আপোনালৈ বহুতবোৰ বটা-বাহন পঠাইছে। এনে ধুনীয়া বহুমূলী উপহাৰ এই বুঢ়া বন্দীয়ে আৰু আগেয়ে দেখা পোৱা নাছিল। ধইন্ ধইন্। কটকীজনো বৰ দেখনিয়াৰ আইদেউ। কথা বতৰাৰেও বৰ ভাল-মানুহ। সিয়েই যদি ইমান, তাৰ গৰাকী বা কিমান ভাল—কিমান ডাঙৰ ?

প্ৰতি। থাক, থাক কেৰপাই কাই। কটকীৰ ৰূপ-গুণ বখানিয়েই তই পমি গলি। বলচোন নিৰ্ম্মলী! চাওঁগৈ সেই মদনৰ দূতজন কেনেকুৱা—যাৰ এনে মনোমুগ্ধকৰ আচাৰ-ব্যৱহাৰ।

নিৰ্ম্ম। হে মদন!

তুমিয়েই হোৱা যেন বসন্তকুমাৰ।

[ সকলোৰে প্ৰস্থান। ]

ঐক্যতান

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

### গুৱাহাটী—আলিবাট

[ সুৰেশ্বৰ আৰু শৈলধৰৰ প্ৰবেশ । ]

শৈল। পলাশবাৰীৰ হাটৰ খবৰ কি ভায়া ৰাজখোৱা ? তাত কিবা শুনিলানে ?

সুৰে। কিয়—লাখ টকাৰ মালেৰস্তুৰে অমিয়ৰ ডিঙা বুৰিছে বুলি যিটো খবৰ ওলাইছে মই তাক উৰা-বাতৰি বুলি নাভাবো। যিখিনি ঠাইত ডিঙা বুৰিছে—সেই ভোখৰ ঠাই বৰ জয়াল। যোগীঘোপাৰ ওচৰতে সেই ঠাই। পানীত সাপৰ নেগুৰ ছিগা ধাৰ। ডকা চাকনৈয়াৰ কোব কি চাবা ? থকাথৈয়া কৰি নাচিবই লাগিছে। ইয়াৰ আগতেও হেনো সেই ঠাইত ভালেমান নাও বুৰিছে। উৰা-বাতৰি মিছা হব নোৱাৰে ভায়া ! অমিয়ৰ কপাল মন্দ।

শৈল। থোৱা হে থোৱা, উৰা-বাতৰিত একো বিশ্বাস নাই। মনত নাইনে আৰু তেওঁজ বেলি যে ব্ৰহ্মকুণ্ডৰ ওচৰত

আঠ মাইল নে দহ মাইল বহল বৰফৰ পৰ্ব্বত এটা লাগি থকা বুলি বাতৰি ওলাইছিল। সেই বাতৰি শুনি সকলোৰে পেটতে হাত ভৰি সুকাল। গোটেইখন দেশ যে ভাহি যায়। ভাগ্যে জানিবা—নৱগ্ৰহ মানমন্দিৰৰ জ্যোতিষীয়া-দেউসকলে গণি-পঢ়ি তুৰন্তে প্ৰতিবাদ কৰি কলে—পৃথিৱীৰ কোনো নদীতেই হেনো ইমান ডাঙৰ বৰফৰ পৰ্ব্বত লাগি থকা সম্ভৱ নহয়। নহলে হৈছিলেই —কি কোৱা ভায়া? পিছে, এই উৰা-বাতৰিত অৱশ্যে চিন্তাৰ কাৰণ আছে। আমাৰ বন্ধু অমিয়কুমাৰ ইমান ভাল যে তেওঁৰ নামৰ আগত বহুৱাবলৈ যোগ্য বিশেষণ অভিধানত পাবলৈ টান।

সুৰে। থক বাৰু। সেই কথা বাবলৈ দিয়া দেও।

শৈল। আন একো কথাই যে আজি মনলৈ নাহে। কেৱল একেটা চিন্তাই জুকলা কৰিছে—বন্ধু অমিয়কুমাৰ ডিঙা বুৰা কথাই।

সুৰে। ইমানতেই যেন তেওঁৰ লোকচানৰ অন্ত পৰে। তাকেই ঈশ্বৰক খাটা।

শৈল। নিশ্চয়, ৰাজখোৱা নিশ্চয়। ঈশ্বৰে তাকেই কৰক। সৌ যে চন্দনমল সোশৰীৰে মূৰ্ত্তিমান দৈত্যটোৰ নিচিনাকৈ আগতে ওলালহি।

[ চন্দনমলৰ প্ৰৱেশ। ]

শৈল। কিহে চন্দন মহাজন! পিছে, বেপাৰ-বণিজ কেনে চলিছে?

চন্দন। সেই খবৰ মোতকৈ তোমালোকেই বেছি ভালকৈ জানা। পিছে ছোৱালীজনীয়ে মোৰ বুকুত শাল মাৰি পলাই পত্রং দিছে—সেই খবৰ জানানে ডাঙৰীয়াসকল ?

সুবে। জানো, ভালদৰে জানো। যি পাখিৰ আশ্রয় কৰি তোৰ ছোৱালীয়ে উৰা মাৰিছে—সেই পাখিৰ খনিকৰজনৰ নাম পৰ্য্যন্তও জানো।

শৈল। চন্দন মহাজন! তই নিজেও নাজান জানো—পাখি নগজালৈকে চৰাই-পোৱালিয়ে চকু মুদি টোপ খাই থাকে। পাখি গজে—ভুৰুং কৰি উৰাও মাৰে।

চন্দন। সেই পাখিৰ হতশ্রী হওক।

সুবে। শগুনৰ শাওত বুঢ়া গৰু নমৰে, চন্দন!

চন্দন। মোৰ তেজ-মাংস লৈ জন্ম লোৱা ছোৱালী—তায়েই শেষত এইপাট ৰামটাঙোন বছৱাব লাগেনে?' মোৰ যেন বুকুৰ হাড়-মঙহবোৰ জ্বলি যাবলৈ ধৰিছে।

সুবে। ৰবি লাপুং! তোৰনো বুঢ়া হাড়ত জ্বলিবলৈ কি আছে? পচা ঘুণে-ধৰা হাড়। পুৰিবলৈ তাত যে জুই নেলাগে।

চন্দন। মোৰ ছোৱালী! তায়ো বাৰু ইমান নিমখ-হাৰামী কৰিব লাগেনে? মোৰ তেজেৰে তাই জন্ম লোৱা নাছিলনে?

সুবে। তোৰ তেজ আৰু তাইৰ তেজ—স্বৰ্গ-মৰ্ত্ত্যৰ ব্যৱধান বুঢ়া! কলী গাই আৰু হাতী-দাঁতৰ যেনে ব্যৱধান, ঠিক সিমানেই। বুইছ? ঠিক যেন কলা এণ্ডাৰ আৰু বগা গাখীৰ। বাৰু, সেই কথা এৰ। অমিয়ৰ যে ডিঙা বুৰি তেওৰ যথা

সৰ্ব্বস্ব তললৈ গৈছে সেই কথা তই কৰবাত শুনিছ নেকি ?

চন্দন। নকৰা আৰু কপালৰ ফেৰ ডাঙৰীয়া! মোক আৰু এটা গলগ্ৰহে পাইছে। ডিঙাতো ডুবিছেই—হতশ্ৰীহোৱা অমিয়কুমাৰো ডুবিছে। তাৰ আৰু মানুহৰ সমাজত মুখ দেখুৱাবলৈ সাধ্য আছেনে? কটা হতশ্ৰীহোৱা বাটৰ ভিখাৰী কৰবাৰ! মোৰ গোলাৰ মুখতে থিয় হৈ বৰ কথা মাতিছিলি নহয়? এতিয়া কেনে? এইখন খত—মোৰ চোলাৰ মোনাতে আছে। পঢ়ি চোৱা ডাঙৰীয়া! মোক সি বেটাই গালি পাৰে—সুতখোৰ দেছুৱালী বুলি। দাতা-কৰ্ণ কামৰূপী। মানুহক বিনা-সুতলৈ ধাৰ মেলি বৰ বাহাদুৰি চেলাইছিলি? এইবাৰ নেপাইছোনে? দিম নহয় মজাপালি বুঢ়া বাপেৰে। এইখন খতখন পঢ়াচোন ডাঙৰকৈ।

সুৰে। (খত পঢ়ি) যদি নিৰ্দ্দিষ্ট দিনত ধাৰ মাৰিব নোৱাৰে তেন্তে তই তেওঁৰ গাৰ পৰা আধা সেৰ মাংস কাটি লব পাৰিবি। সঁচাই নেকি? ইয়াৰ পৰানো তোৰ কি লাভ হব চন্দনমল?

চন্দন। বৰশীৰ টোপ! মাছ ধৰা বঁৰশীৰ টোপ! সেই মাংসেৰে বৰশীত টোপ দি মই মাছ ধৰিম। বুইছা? আন লাভ নহলেও ধাৰ আদায় কৰা হব। সি মোক কম অপমান কৰা নাই। মোৰ প্ৰায় পঞ্চাচ লাখ মোহৰ সি লোকচান-পেলাইছে। আৰু

সেই লোকচান দেখি সি দাঁত উলিয়াই হাঁহিছে। সি মোৰ বন্ধুবোৰক শত্রু'কৰি তুলিছে। শত্রুবোৰক উচটাই মোৰ বিৰুদ্ধে লগাই দিছে। কিয় ? জাতিত মই দেছুৱালী। সেয়েই মোৰ দোষ। কিয়হে বাপু ? দেছুৱালীৰ জানো চকু নাই ? নাক নাই ? দেছুৱালীৰ হাত নাই ? ভৰি নাই ? মুখ নাই ? কাণ নাই ? পেট নাই ? শৰীৰ নাই ? সুখ নাই ? দুখ নাই ? স্নেহ নাই ? মমতা নাই ? তোমালোকৰ নিচিনাকৈ তাৰ ভোক নেলাগেনে ? পিয়াহ নেলাগেনে ? যি অস্ত্ৰই তোমালোকক কাটে, সেই একে অস্ত্ৰই তাক নেকাটেনে ? যি জাৰত তোমালোকৰ হাড় থক থক কৰি কঁপে, সেই জাৰে দেছুৱালীৰ হাড়ত কঁপনি নোতোলেনে ? যি জহত তোমালোকে চাটিফুটি কৰা, সেই জহে তাকো নেভাজেনে ? আমাৰ গাঁত য়দি কাঁইটেৰে বিন্ধি দিয়া, তেন্তে তেজ নোলাবনে ? কাইকুটি দিলে নেহাহিমনে ? যদি বিহ খুৱা তেন্তে আমি নমৰিমনে ? তোমালোকে যদি আমাৰ অনিষ্ট কৰা, আমি তাৰ পোটক সুতুলিমনে ? আন সকলো কথাতে যদি তোমালোকৰ লগত মিল থাকে তেন্তে এই কথাতো থাকিব লাগিব। কোনো দেছুৱালীয়ে যদি কোনো কামৰূপীৰ অপকাৰ কৰে তেন্তে তোমালোকে তাৰ লগত কেনে ব্যৱহাৰ কৰিবা ? প্ৰতিশোধ নলবানে ? ঠিক তেনেকৈয়ে যদি কোনো কাম-ৰূপীয়ে দেছুৱালীৰ অন্যায় কৰে সি তাক তাৰ প্ৰাপ্য

নিদিব কিয় ? যি শিক্ষা তোমালোকৰ পৰা লাভ কৰিছো তাতকৈ বহুত বেছি শিক্ষা তোমালোকক দিম। বুজিছা ?

সুবে। এই পাপিষ্ঠৰ কথা শুনাও মহাপাপ। আমি যাওঁ, ব'লা বন্ধু !

শৈল। বলা, সোৱা তাৰ দেশা-ভাই এজন আহিছেই। আমি বন্ধু অমিয়কুমাৰৰ ঘৰলৈ যাওঁ। আহিলো মহাজন !

[ দুয়োৰো প্ৰস্থান। টোডৰমলৰ প্ৰৱেশ। ]

চন্দন। খবৰ. কি টোডৰমল ? কোনোবা ফালৰ পৰা কিবা খবৰ পালিনে ? মোৰ ছোৱালীৰ খবৰ ?

টোডৰ। নাই দাদা, নাই। বহু ঠাইলৈ গৈ বিচাৰিলো, কিন্তু কতো একো শুংসূত্ৰ পোৱা নগল।

চন্দন। মোৰ দুৰ্কপাল টোডৰমল ! ভয়ঙ্কৰ দুৰ্কপাল। তাইৰ লগতে গোলকুণ্ডাৰ এখন দামী হীৰা গল—দাম পৰিছিল দুহেজাৰ মোহৰ। ইয়াৰ আগতে কোনো দিনে মোক এনে কুগ্ৰহে পোৱা নাছিল। কোনো দিনেই আমাৰ জাতিৰ মূৰত এনে অভিসম্পাত হোৱা নাছিল। হীৰাখনৰ দাম আছিল নগদ দুহেজাৰ। তাৰ লগতে বহু মূল্যৰ মণি-মুকুতা জহৰৎ। তাতকৈ যদি হীৰা-মুকুতাবোৰ কাণত গুজি তায়েই মোৰ ভৰিত পৰি মৰি গলহেতেন। সিও ভাল আছিল টোডৰমল ! সিও ভাল আছিল। মণি-মুকুতাবোৰ কাঢ়ি বাধি তাইকেই যদি থৰি দিব পাৰিলো-হেতেন। তাই জহনীত-যাতী বেটীয়ে মোৰ মূৰত টাঙোন

মাৰি গল। একেলগে কমসোপা ধন-সোণ গলনে ? কোন জনমত মই সেইবোৰ আকৌ ঘটিম ? তদুপৰি লোকচানৰ ওপৰতে লোকচান। চুৰ কৰি ইমানসোপা ধন-সম্পত্তি নিলে। পুনৰ সেই চুৰুনীক বিচাৰ-খোচাৰ কৰোতেও কমসোপা গলনে ? তথাপি তাইৰ কোনো পাট্টা নোলাল— —কতো একো খবৰ নোলালো। মোৰ কান্ধৰ ওপৰত উঠি তইঁতে বেছ মজা চাইছ নহয়নে ? কাৰো চকুত এটোপা পানী নাই ? কেৱল মইহে বুকু-ধাকুৰি কান্দি মৰিছো।

টোডৰ। নহয় দাদা ! কেৱল তোমাৰহে এনে হৈছেনে ? আন মানুহৰো এনে সৰ্ব্বনাশ নোহোৱাকৈ থকা নাই। সেই যে শুনি আহিলো অমিয়কুমাৰৰ—

চন্দন। কি অ' কি ? কচোন তাৰ কথা কি শুনি আহিলি ?

টোডৰ। সিংহলৰ পৰা তেওঁৰ কেইবাখনো নাও আহিছিল— বহুত দাস দাসী মালবস্তু বোজাই লৈ। পিছে, ঘোগী-ঘোপাৰ ওচৰতে—

চন্দন। আঃ ! ভগৱান ! তেন্তে তুমি আছা। তুমি নিশ্চয় আছা। কিন্তু সঁচানে ? এই খবৰ সঁচানে অ' ?

টোডৰ। কেইজনমান নাৱৰীয়াৰ মুখত এই খবৰ শুনিলো। সিহঁতো হেনো সেই নাৱতে আছিল। কোনোমতে জীউ-কেইটা ৰক্ষা পৰিছে।

চন্দন। আঃ ৰক্ষা ! তোৰ মুখত ফুল-চন্দন পৰক টোডৰমল ! কেছু ! এই খবৰ শুনিলি কত ?

টোডৰ। সোণাপুৰৰ হাটত শুনিলো দাদা। আৰু শুনিলো তাতো হেনো তোমাৰ জীয়েৰ এনিশা আছিল। সেই ৰাতিতে কিমান খৰচ কৰিলে জানা? আশী মোহৰ?

চন্দন। হ্যা! বোলো কয় কি? এই কথাৰে তই মোৰ বুকুত এপাত শেল বহুৱাই দিলি টোডৰমল! আশী মোহৰ? এ:কে ৰাতিতে খৰচ কৰিছে আশী মোহৰ? বাপ্‌ৰে বাপ্! আশী মোহৰ! উঃ হাৰামজাদীৰে মোক টঙনিয়াই মাৰিলে ঐ, টঙনিয়াই মাৰিলে! সেই আশী মোহৰ আৰু কেতিয়াবা ঘূৰাই পামনে? হায় ৰে হায়!

টোডৰ। অমিয়ৰ যিমানবোৰ পাওনাদাৰ আছিল সকলোবোৰ আহি একেলগে হাজিৰ। মস্ত এজাক—একেবাৰে। সিহঁতে কৈছে—এইবাৰ হেনো অমিয়ই ৰক্ষা নাপায়। টেটুলৈকে ধাৰ কৰা মজা দিব।

চন্দন। বাঃ বাঃ টোডৰমল! এই খবৰ শুনি বৰ সুখ পালো। তাৰ সৰ্ব্বনাশ হক। সি জহন্নামে যাওক। ভেটিত তাৰ তিতা লাও গজক। মঝো তাক এইবাৰ শুদাই নেৰিছো। ভাল যুতীয়া বাপেকে দিম মজাপালি। বাঃ, টোডৰমল! সুখী হলো। এই খবৰ শুনি বৰ সুখী হলো।

টোডৰ। এজনে মোক এটা বাখৰপতোৱা আঙঠি দেখুৱালে। দাদা, তোমাৰ জীয়েৰে তাক সেই আঙঠিটো দি এটা বান্দৰ কিনি লৈ গৈছে।

চন্দন। মৰক—সেই মোৰ জহনীত-যাত্ৰী ছোৱালী। উঃ

টোডৰমল। এই খবৰ শুনি বৰ আঘাত পালো। সেইটো নিশ্চয় মোৰ মিনাকৰা আঙঠীটোৱে হব। বিয়াৰ আগতে মোৰ ঘোষাই মোক সেইটো দিছিল। উমানন্দৰ গোটেইবোৰ হুলু-বান্দৰ দিলেও মই সেই আঙঠিটো নিদিলোহেতেন। বুজিছ ?

টোডৰ। অমিয়কুমাৰ হলে এইবাৰ গল—নিগমে তললৈ গল দাদা।

চন্দন। জব্বৰ কথা কৈছ তই, টোডৰমল। জব্বৰ কথা। এই খবৰৰ দাম লাখ টকা। তই এতিয়া যা। বৰফুকনৰ বিচাৰ-চ'ৰাৰ কোনো বিষয়াক হাত কৰি সকলো ঠিকঠাক কৰি ৰাখগৈ। দুসপ্তাহ আগৰ পৰাই তৈয়াৰ হোৱা যাওক। কি কৰ ? নিৰ্দ্দিষ্ট দিনত যদি অমিয়ই ধাৰ মাৰিব নোৱাৰে, তেন্তে তাৰ গাৰ মাংস কাটি লম। নিশ্চয় লম। মোৰ নাম চন্দনমল। মই দেছুৱালী। এবাৰ যদি গুৱাহাটীৰ পৰা তাৰ ভাত তুলিব পাৰো তেন্তে কাৰবাৰত মোক কোনে পায় ? অহ, বচিয়া। টোডৰমল ! যা। মোক আকৌ লগ ধৰিবিহি। বুজিছ ? শুক্লেশ্বৰ-ঘাটৰ ওচৰতে মই থাকিম। তাতে লগ পাবি। যা, বেগাই যা।

[ দুয়োবো প্ৰস্থান। ]

## দ্বিতীয় দৰ্শন

### প্ৰতিভাৰ কাৰেং—সুসজ্জিত কক্ষ

[ বসন্তকুমাৰ নিৰঞ্জন, প্ৰতিভা নিৰ্মলা আদিৰ প্ৰৱেশ। ]

প্ৰতি। সবিনয় অনুৰোধ নিবেদন মোৰ—
দুই বা এদিন আৰু থোৱা ধৈৰ্য্য ধৰি
অনৰ্থক লৰালৰি নাই প্ৰয়োজন।
অঙ্গীকাৰ মতে তুমি—হলে লক্ষ্যভ্ৰষ্ট
যাবই লাগিব গুচি এৰি এই ঠাই।
ভয় হয়—হেৰুৱাও কিজানি তোমাক,
কিজানি বঞ্চিতা হওঁ বিনা-অপৰাধে
চৰণ-সেৱাৰ পৰা দেৱতাৰ মোৰ।
সেইবাবে মিনতিৰে জনাও প্ৰাৰ্থনা—
ভাগ্যপৰীক্ষাত তুমি নমাৰ আগতে
এমাহ, দুমাহ আৰু নতু বহুদিন
থোৱা মোৰ পূজনীয় অতিথি-স্বৰূপে।
ভাবো মই মনে মনে—কই দিওঁ বুলি
কোনটো সঁফুৰা ললে পাবা তুমি মোক

কিন্তু, দেউতাৰ অতি সুকঠোৰ পণ—
প্ৰাণান্তেও তাক মই পালিব লাগিব
সঙ্কেতো নোৱাৰো দিব—পিতৃৰ নিষেধ
সত্যনাশ, ধৰ্ম্মনাশ নোৱাৰো কৰিব।
আজি হায় মোৰ প্ৰতি নিৰ্ম্মম নিয়তি।
দীৰ্ঘ হক প্ৰিয়তম! মিলন আমাৰ
ভাগ্য-পৰীক্ষাৰ ক্ষণ য'ক পাছুৱাই।

বসন্ত। এক প্ৰাণে এক ধ্যানে আৰাধি তোমাক
পৰীক্ষাৰ বাবে মই আহিছো ওলাই,
হব পাৰে পলমত অযথা বিঘিনি।
পৰীক্ষা কৰিব দিয়া ভাগ্য কেনেকুৱা,
থিয় দিছো এবে মই সংশয়-সাকোত।

প্ৰতি। সংশয়-সাকোত উঠি প্ৰাণৰ দায়ত
কৰে নৰে নানাবিধ বাক্য উচ্চাৰণ,
নাথাকে কদাপি তাত অন্তৰৰ যোগ।
কোৱা তেনে হে বসন্ত! কিমান ছলনা
ৰাখিছা মিহলি কৰি তোমাৰ প্ৰেমত।

বসন্ত। নোহে দেৱী! তিল পৰিমাণো,
সংশয় ভয়ত মাথোঁ বাক্যহীন মই।
তুমি যদি কোৱা সত্য কৰি
দিম বুলি প্ৰাণ-দান হিয়া-দান লোক,
তেন্তে মেয়ো কম আজি সত্য কথা মোৰ।

প্ৰতি। মই মোৰ সত্য কথা কইছো আগতে।
তোমাতেই সপি দিছো মই মোৰ ভাৱ
মই গুচি সেচাকৈয়ে হলো তুমিময়।
জনোৱা তোমাৰে সত্য—হবা দীৰ্ঘজীৱী।

বসন্ত। জানো মাথো এটা সত্য মনে-বাক্যে মই
সেয়ে মোৰ ভালপোৱা—তোমাৰে প্ৰণয়,
পৃথিৱীত আৰু মোৰ আন সত্য নাই।
নামানো যে মনে—বলা, দিয়া দেখুৱাই
সৌভাগ্য-পৰীক্ষা কৰো তত্তালিকে মই
সাধনাৰ জয়লক্ষ্মী লওঁ উলিয়াই।

প্ৰতি। (আঁৰ কাপোৰ দাঙি দি)—
যোৱা তেনে চাই লোৱা তিনিটা সঁফুৰা
এটাৰ মাজত তাৰে বন্দিনী প্ৰতিভা;
ভালপোৱা যদি মোক উলিৱা বিচাৰি।
নিৰ্ম্মলী! আহ তইঁতো আগবাঢ়ি।
ভাগ্যৰ পৰীক্ষা এই হোৱা আগতেই
বই থক ধাৰাসাৰে সঙ্গীত-যমুনা।

(নেপথ্যত বাজনা বাজি থাকে।)

হয় যদি পৰাজয় ভাগ্য-বিপৰ্য্যয়
সঙ্গীতৰ তালতেই তুমি মোৰ প্ৰিয়!
মৰালৰ দৰে হবা সুৰতে বিলীন;
নতুবা মিলিবা মোৰ অশ্ৰু-সলিলত।

ছি, ছি! কিয় এই অলীক-ভাৱনা?
জয় জয়! সুনিশ্চিত তোমাৰেই জয়।
বিপুল-জয়ৰ এই সঙ্গীতৰ সুৰে
বিজয়ী-মুকুট-পিন্ধা নৃপতিক যেন
ভক্ত প্ৰজাবৃন্দ সম জনাব বন্দনা।
শুনা সেয়া—তুমি আজি দিগ্বিজয়ী বীৰ
ছন্দে ছন্দে নৃত্যভঙ্গে সঙ্গীতৰ সুৰে
সপোন-ৰজাৰ যাত্ৰী দৰাৰ কাণত
ঘনে ঘনে তোমাৰেই দিয়ে জয়ধ্বনি।
যোৱা, যোৱা আগবাঢ়ি বিজয় গৰ্ব্বেৰে
জীৱন-সঙ্গিনী পাবা হোমৰ কাষত।
যোৱা, যোৱা হে মোহন!
প্ৰেম যদি সত্য হয়
সত্য হয় অন্তৰৰ কামনা আমাৰ,
হৰধনু ভঙ্গ কৰি বিদেহ-সভাত
যিবাদৰে ৰামচন্দ্ৰে লভিলে সীতাক
সেইদৰে প্ৰিয়তম! তুমিও নিশ্চিত
পিন্ধিবা বিজয় মালা তোমাৰ শিৰত।
কম্পিত বক্ষেৰে তুমি যোৱা হে সুন্দৰ!
মন দিয়া, প্ৰাণ দিয়া ভাগ্যৰ লগত।
ভাতৃকৰি বেছিকই কঁপি কঁপি মই
অনিমেষ নয়নেৰে চাওঁ তোমালই।

নেপথ্যত। —গীত—

আনন্দে মোৰ পূৰ্ণ গৃহ, ঝঙ্কাৰে কি বীণাধ্বনি;
কন্দৰে মোৰ আচম্বিতে উথলে সুৰ-তৰঙ্গিনী!
উৎসৱে মোৰ আলোকিত দীপাৱলী সুসজ্জিত
কৌমুদী-আপ্লুত চিত্তে মুঞ্জৰে কি কুমুদিনী!
অন্তৰ শিহৰি উঠে হৰষৰ উৎস ফুটে,
মন্দাৰ সুগন্ধ বহে, নামে স্বৰ্গ-মন্দাকিনী

বসন্ত। বাহিৰৰ আড়ম্বৰ নিতান্ত অসাৰ।
দেখাত যদিও ভাল সোণৰ হৰিণা
ভিতৰত আছে তাৰ মায়াৰ ছলনা।
অলঙ্কাৰ-প্ৰসাধন বেছি যাৰ গাত
সেয়েই ৰূপহী বুলি হয় সুবিখ্যাত,
আভৰণহীন ৰূপে নাপায় আদৰ।
কিন্তু আচলতে হলে কৰিলে বিচাৰ—
অলঙ্কাৰ-প্ৰসাধন নহলেও যাৰ
বিকশিত পৰিপূৰ্ণ দেহৰ মাধুৰ্য্য
সেই যুৱতীহে মাথোঁ প্ৰকৃত ৰূপহী।
লীলা-ছন্দে স্বৰ্ণময়ী নাগিনীৰ দৰে
বায়ুৰ কোলাত দোলে কৃষ্ণ কেশদাম,
'কিন্তু যদি খাৰ কৰা আনৰ-চুলিৰে
নিজৰ খোপাত গুজি কৰে ৰূপসজ্জা

বাহিৰত ৰং চং ভিতৰ ফোপোলা।
বাহিৰৰ সমুজ্জ্বল আভৰণ চাই
যুগে যুগে পৃথিবীত ঠগিছে মানুহ;
পোৱা নাই সত্য বস্তু ভিতৰত থকা।
সেইদেখি তুমি সোণ! খাদ্য-গুৰুপাক
নোৱাৰা ঠগিব মোক তিৰবিৰ কৰি,
হাঁহি হাঁহি প্ৰত্যাখ্যান কৰিলো তোমাক।
আৰু ৰূপ! মানুহৰ হাতে হাতে তুমি
নিতে নিতে পৃথিবীত হইছা মলিন,
তুমিও দূৰৰে পৰা লোৱা নমস্কাৰ।
তুমি সীহ! ক'লা সীহ! অতি তুচ্ছ সীহ!
কৰা নাই মানুহক প্ৰতাৰিত তুমি,
দিয়া নাই কাকো কতো কষ্ট অকাৰণ।
নাই বাক্য-আড়ম্বৰ, নাজানা বঞ্চনা
মলিন সুদীন তুমি সহজ সৰল
তোমাকেই ভক্তিভাৱে কৰিলো গ্ৰহণ।
জয় হক মোৰ চাবি দিয়া মোক।

প্ৰতিভা। (স্বগত) হৃদয়! ধৈৰ্য্য ধৰ
আনন্দত নহবি উতলা। প্ৰতিভা!
করুণা-আশীষে প্ৰাণ পৰিপূৰ্ণ তোৰ। (চাবি দিয়ে)

বসন্ত। (সঁফুৰা মেলি ভিতৰত প্ৰতিভাৰ ছবি দেখি)—
ইকি! সঁচাকৈয়ে ভগৱানে কৰিছে করুণা!

চকু যদি সঁচা হয় মোৰ
ধন্য হল আজি মোৰ দৃষ্টি নয়নৰ।
প্ৰতিভা! প্ৰতিভাৰ চিত্ৰ ইযে।
কোন দেৱশিল্পী? কোন বিশ্বকৰ্ম্মা?
তুলিৰে আঁকিলে দিব্য মোহিনী-প্ৰতিমা?
লৰিছে লৰিছে সউ পিৰিকটি ছুটি
অপ্ৰকাশ ভাষা তাত হইছে প্ৰকাশ।
ডালিমীয়া ওঁঠ ছুটি, সুৰভি-নিশ্বাস,
মেঘালী চুলিত সউ নাচিছে তৰঙ্গ,
বিচাৰে গ্ৰাসিব যত পুৰুষ পতঙ্গ।
আৰু এই চকু ছুটি হৰিণী নয়ন
চাওঁ বাৰু কিবা দৰে দিব্য জ্যোতি তাৰ?
ইকি! কি কৰিছো মই—
ছাঁয়াৰ ৰূপতে হলো ইমান আকুল?
ছায়া যাৰ ইটো, সমুখতে
আছে তাৰ কায়া
চোৱা নাই এতিয়াও ঘূৰি সিজনাক?
এয়া লিখা আছে বাণী—
পঢ়ো বাৰু, ইয়াতেই মিলিব গূঢ়াৰ্থ।

মেছেথিলা সোণৰ হৰিণা,
এৰি দিল্লা ৰূপৰ ছলনা।



আচলকে পালা ৰাখিবা লগত
আনৰ ভাবনা নানিবা মনত।
ইয়াকেই পাই পোৱা যদি ভাল—
ভাগ্যৱান তুমি, নাই আহুকাল।
হল আজি লাভ হৃদয়ৰ ৰাণী,
চুমা এটি দিয়া বুকুলই টানি।”

সহজ সৰল ভাষা, ধন্য হলো মই।
অনুমতি দিয়া প্রিয়তমা!
বুকুভৰা প্রেম লই আহিছো লৰৰি
কৰিছো তোমাক দান—দিয়া প্রতিদান।
জয়ী হলো ৰণ,
পুৰস্কাৰ দুয়োজনে কৰিম গ্রহণ।
সাক্ষী দেৱগণ—
সাক্ষী এই সমজুৱা জন।
কিন্তু কিয় এতিয়াও প্রিয়ে!
অবুজ মনত মোৰ জাগিছে সংশয়?
চাই আছো মুগ্ধ-নেত্রে সঁফুৰাৰ ফালে
সঁচাকৈয়ে বাক মোৰ হল নেকি জয়?
কোৱা, নিজ মুখে তুমি কোৱা প্রিয়তমে!
নহলে যে মনে মোৰ নাযায় প্রত্যয়।

প্রভি। মোক তুমি প্রিয়তম! দেখিছা আগতে
কিহঁৰে গঠিত মই বুজিছা স্বৰূপ,

নাই আৰু অলপোকে অভিলাষ মোৰ
কোনো দিনে ইয়াতোকে বৰ হবলই।
তথাপিতো, ইচ্ছা যদি কৰা তুমি প্রিয়!
হম মই বহুগুণে আৰু বেছি বৰ,
অধিক ৰূপেৰে আৰু হম ৰূপৱতী।
তুমি যদি প্রিয়তম! কৰা অভিলাষ—
লক্ষগুণে আৰু বেছি সাজিম ৰূপহী,
লক্ষগুণে হম মই ঐশ্চর্য্যশালিনী।
তোমাৰ তৃপ্তিৰ হেতু জানিবা নিশ্চয়,
ৰূপে-গুণে কায়-মনে সতীত্ব নিষ্ঠাত
হম মই জগতৰ অদ্বিতীয়া নাৰী।

নিজে মই নোহো একো, শূন্য সুবিপুল
মই যি সেয়ে মূল্য মোৰ—অতি তুচ্ছ মই,
ইয়াৰ অধিক মূল্য, সৌন্দৰ্য্য ঐশ্বর্য্য,
কোনো দিনে কেতিয়াও নাছিলো বিচৰা।
শিক্ষা নাই, দীক্ষা নাই, নাই একো মোৰ,
নাজানো আচাৰ-বিধি, গুণহীনা অতি,
মূৰ্খ মই, জ্ঞানহীনা অবোধ বালিকা।
আছে হলে অন্তৰত এইখিনি আশা—
পাৰ হোৱা নাই মোৰ শিক্ষাৰ বয়স;
আছে আৰু অন্তৰত এইখিনি আশা—
বোধকৰো একেবাৰে নোহো বুদ্ধিহীনা।

তাতোকই আছে মোৰ আৰু বৰ আশা—
নিজকেই চৰণত সপিম তোমাক,
হম মই তোমাৰেই অভিৰুচিমতে।
মানিম তোমাক গুৰু ইষ্টদেৱ মোৰ,
মই দাসী, তুমি প্ৰভু, তুমি মোৰ ৰজা,
তুমি মোৰ এক মাত্ৰ হৃদয়-দেৱতা।
আৰু এই পৃথিৱীত আছে যিবা মোৰ
আজি হন্তে হল নাথ! সকলো তোমাৰ।
আজি মই ই গৃহৰ আছিলো গৰাকী
দাস দাসী, অনুচৰ আছে যতমানে
সকলোৰে ৰাণী মই, পালিছে আদেশ।
কিন্তু প্ৰিয়তম! এই মুহূৰ্ত্তৰ পৰা
এই ঘৰ, দাস-দাসী, নিজে মই ৰাণী,
সকলো তোমাৰ হল আদেশ-অধীন;
হলা তুমি একমাত্ৰ ৰাজৰাজেশ্বৰ।
সকলোবোৰকে মোৰ—ধন, জন, মান
সভক্তিৰে সপি দিলো তোমাৰ পদত।
লোৱা আৰু, দিলো এই আঙঠি লগতে
আজীৱনে হক তব জীৱন-লগৰী।
কিন্তু যেন প্ৰিয়তম! হোৱা সাৱধান—
কেতিয়াবা কিবাদৰে হেৰালে আঙঠি,
নতু তুমি কৰা যদি আন কাকো দান,

লগে লগে হব তব ভাগ্য অৱসান,
সহিব লাগিব বহু তিৰস্কাৰ মোৰ।

বসন্ত। নিৰ্ব্বাক কৰিলা মোক অমৃত-ভাষিণী!
শিৰে শিৰে বই গল তেজৰ প্ৰৱাহ,
সেই তেজে দিব ভাষা, উত্তৰ তোমাক।
অন্তৰত ঘনঘোৰ উঠে কলৰৱ—
আনন্দতে ভাষাহীন, বাক্যহীন মই।
পৰিপূৰ্ণ আনন্দত—বিস্ময়তে অতি
মনৰ উল্লাস মোৰ নহয় প্ৰকাশ।
আঙঠি—আঙঠি মই ত্যজিম যিদিনা—
জানিবা সঠিক প্ৰিয়ে! তাৰ আগতেই
হইছে জীৱন অন্ত এই বসন্তৰ।

নিৰ্ম্মলা। বাইদেউ! ভিনিহিদেউ! দুই জনে শুনা। এই বাৰ আমাৰ কথা কবলৈ পাল পৰিছে। নীৰৱ হৈ ইমান-পৰে চাই আছিলো। আমাৰ সকলোৰে মনোবাঞ্ছা পূৰ্ণ হৈছে। আনন্দত অন্তৰ উপচি পৰিছে। তোমালোক দুই জনৰে কুশল হওক। হৰ-গৌৰীয়ে বসতি কৰক।

নিৰঞ্জন। দাদা বসন্তকুমাৰ! দেৱী প্ৰতিভা নবৌ! তোমালোক দুই জনৰে জীৱন সুন্দৰ হওক। মধুময় হওক! দুইৰো মনৰ আশা পূৰ্ণ হওক। অৱশ্যে আমাৰ দ্বাৰা তোমা-লোকৰ আশা সুপূৰে। কিন্তু এটা কথা কৈ থওঁ— যিদিনা তোমালোক দুই জনৰে বিয়া পাতিবা, সেই

দিনাই সেই শুভ ক্ষণতে ময়ো বিয়াৰ পানী গাত ঢালিম।

বসন্ত। কইনা যদি পোৱা বন্ধু মনৰ জোখাৰে
ধৰি লবা, আছে মোৰ পূর্ণ সমর্থন;
অন্তৰৰ পৰা মই হম আনন্দিত।

নির্ম্মলা। তোমাৰ কথা শুনি কৃতার্থ হলো দাদা। ধন্যবাদ গ্ৰহণ কৰিবা। মোৰ কইনা যোগাৰ কাৰ দিয়াৰ ভাৰ তোমাৰ ওপৰতেই। মোৰো তোমাৰ নিচিনাই তীক্ষ্ণ দৃষ্টি। তোমাৰ দৃষ্টি পৰিল গৃহ-ৰাণীৰ ওপৰত। ময়ো চকু দিলো তেওঁৰ ভগিনীসমা সহচৰীটীক। তুমি ভালপালা তেওঁক, ময়ো ভালপালো এওঁক। পলম অসহ্য হল। আমাৰ ভিতৰতে কথা-বতৰা চলিল। অৱশ্যে তোমাৰ ভাগ্য আছিল— সাহৰ সঁফুৰাৰ ভিতৰত আৰু আমাৰ ভাগ্য আছিল তোমাৰ বাছনিৰ ওপৰতেই। এই শ্ৰীমতীয়ে মোক কথা দি থৈছেই—যদি তোমাৰ জয় হয়, তেন্তে কথাই নাই। তেওঁ কেচা কল কাটি মোৰ লগত হোমৰ গুৰিত বহিবলৈ মান্তি।

বসন্ত-প্ৰতিভা যেনে হল বিকশিত,
শুদ্ধ মনে অনুমতি দিয়া দুয়োজনে,
নিৰঞ্জন-নিৰ্ম্মলাও হক পৰিণাত।

প্ৰতিভা। হয়নে অ' নিৰ্ম্মলী?

নির্ম্মলা। সঁচা বাইদেউ! কি কৰিম? নবোপানী হৈ লাগিল। এবাৰ নোৱাৰি সম্মতি দিলো।

বসন্ত। এই কথাৰতো লৰচৰ নহব নিৰঞ্জন ?

নিৰঞ্জন। বাণত আ .ল াদ শ্ৰীবিষ্ণু। এনে কথাও হব পাৰেনে ?

দাদা। .ভস্তে শুনা—

লৰে যদি হিমাচল নলৰে প্ৰতিজ্ঞা—

বসন্ত। পৰম আনন্দ পালো শুনি এই কথা।

একে ৰভাতেই হব দুয়োখন বিয়া,

এই পৰিণয়ে ভাই।

উচৰৰ আনন্দ আমাৰ

বহুগুণে বঢ়াব নিশ্চয়।

নিৰঞ্জন। কাৰ আনন্দ বেছি হয় দেখা যাব।

আঁহা ৰাখো পণ—হাজাৰ মোহৰ।

নিৰ্ম্মল। কি যে জুৱা-.খলা।

নিৰঞ্জন। জুৱা-খেলা নহয় নিৰ্ম্মলা। জনা আছে—আমিয়েই ঘাটিৰ লাগিব। ভয় নাই, বেছি টকাৰ বাজি নহয়।

( কেৰপাইৰ প্ৰৱেশ।

কৰপাই। আইদেউ। গুৱাহাটীৰ পৰা কেইবা যোৰা আলহী আহিছে। এগৰাকী বুঢ়', এজন ডেকা, লগত এজনী দীপলিপ গাভৰু। তেওঁলোকে বোপা-দেউতাক লগ পাবলৈ বিচাৰিছে। বৰ জৰুলী কামত আহিছে হেনো।

প্ৰতি। .তওঁলোকক বহিবলৈ দিয়া হৈছেনে ?

কেষ। হয় আইদেউ! দিয়া হৈছে। তেওঁলোকক ইয়ালৈকে মাতিম নেকি ?

বসন্ত। বলা প্ৰতিভা! আমিয়েই তেওঁলোকক ভাত লগ ধৰোগৈ।

প্ৰতিভা। বলা নাথ! আঁহা সকলোৱে।

সকলোৰে প্ৰস্থান।

---

## তৃতীয় দৰ্শন

### ৰংপুৰ—প্ৰতিভাৰ ঘৰৰ বাহিৰ-চ'ৰা

মহেশ্বৰ বৰুৱা, দিবাকৰ আৰু পদুমী। প্ৰতিভা, নিৰ্ম্মলা, বসন্তকুমাৰ আৰু নিৰঞ্জনৰ প্ৰৱেশ।]

বসন্ত। বন্ধু দিবাকৰ! বৰুৱাদেৱ! সম্ভাষণ গ্ৰহণ কৰক। পদুমী! তুমিও স্নেহ লবা। এই ঘৰলৈ মই অলপ আগতে মাথোন আহিছো। কিন্তু ইয়ালৈ আহি যি অধিকাৰ লাভ কৰিছো তাৰ বলতেই আটাইকেইজনকে মোৰ হিয়াভৰা অভ্যৰ্থনা জনাইছো। বৰ সন্তোষ পালো। প্ৰতিভা! তুমিও অনুমতি দিয়া—মোৰ নিজ ঠাইৰ বন্ধুসকলক সম্বৰ্দ্ধনা জনাও।

প্ৰ'ভি। মস্ৰো সম্ভাষণ জনাও। মাননীয় অতিথিসকল! আপোনালোকে পদধূলি দি আমাৰ ঘৰ ধন্য কৰিছে।

দিবা। বন্ধু! মোৰ ইয়ালৈ অহাৰ কথা নাছিল। হঠাৎ বৰুৱাদেৱৰ লগত সাক্ষাৎ হল। তেখেতে মোক লগত আহিবলৈ অনুৰোধ জনালে। মই বাৰে বাৰে নোৱাৰো বুলি কলো। তেখেতে একোতেই নেৰিলে। অগত্যা আহিবলৈ বাধ্য হলো।

মহে। দিবাকৰে সচা কথাকে কৈছে বসন্ত! মই বহু ধৰি-মেলিহে তেওঁক লগত আনিছো।

বসন্ত। সেইবাবে আপুনি মোৰ ধন্যবাদ গ্ৰহণ কৰক।

মহে। এইখন চিঠি লোৱা বসন্ত! এই চিঠিৰ বাবেহে মই আহিবলগীয়া হলো। (চিঠি এখন দিয়ে।)

বসন্ত। চিঠি পঢ়াৰ পূৰ্ব্বে কওকচোন বৰুৱাদেৱ! বন্ধুৰ মোৰ সকলো প্ৰকাৰ কুশলনে?

মহে। হওঁতে গাৰ ভাল। শৰীৰত একো অসুখ নাই। মন হলে বাৰু নহয়। চিঠিখন পঢ়া। সকলো কথা জানিব পাৰিবা।

নিৰ। নিৰ্ম্মলা! আমাৰ দেশৰ বন্ধু। এওঁলোকৰ আলপৈচান ধৰা। সম্ভাষণ জনোৱা। বৰুৱাদেৱ! নমস্কাৰ। গুৱা-হাটীৰ খবৰ কি? আমাৰ সাউদসকলৰ ৰজা কামৰূপী-বণিজকোঁৱৰ অমিয়কুমাৰৰ খবৰ কি? আমাৰ ইয়াত

হলে সু-খবৰ। দুই বন্ধুৱে জয়লাভ কৰিছো। বসন্তক সৌভাগ্য-লক্ষ্মীয়ে বিজয়-মালা পিন্ধাইছে।

মহে। অমিয়ৰ ডিঙা কেইখন ৰক্ষা পৰা হলে সকলোৰে ভালেই হলহেতেন।

প্ৰতি চিঠিত নিশ্চয় আছে অশুভ সংবাদ,
পঢ়ি পঢ়ি মুখ হল বিবৰ্ণ মলিন।
বসন্তকুমাৰ! প্ৰিয়তম মোৰ!
অৰ্দ্ধাঙ্গভাগিনী মই স্নেহৰ তোমাৰ।
দিয়া মোক ন্যায্য-প্ৰাপ্য মোৰ
অৰ্দ্ধ ভাগ তোমাৰ দুখৰ।
পালা কিনো মৰ্ম্মাহত দুখৰ বাতৰি
ভাঙি-পাতি কোৱা সবিশেষ।

বসন্ত। প্ৰতিভা! প্ৰতিভা! প্ৰিয়তমা মোৰ!
বিনা-মেঘে অকস্মাৎ হল বজ্ৰপাত!
পত্ৰিকাত আছে লিখা
হিয়া-ভৰা দুখৰ বাতৰি
ভীষণ—নিৰ্ম্মম—নিৰুকণ!
প্ৰিয়ে! দিছো মই তোমাৰ আগত
অকপটে মোৰ পৰিচয়।
সম্পদ বিভৱ মোৰ পুণ্য বস্তুধাৰা
নিসঙ্কোচে কৰিছো প্ৰকাশ;
উচ্চ কুলত জন্ম মোৰ, সাউদৰ লৰা

সঁচা কথা কইছো তোমাক।
তথাপিতো এতিয়াও কোৱা হোৱা নাই
কত তুচ্ছ—অপদাৰ্থ—দীনহীন মই।
যতিয়া তোমাক কলো—
নাই মোৰ বিষয়-বৈভৱ,
নাই মোৰ আত্মীয়-স্বজন,
নিঃস্ব মই—ৰিক্ত মই—দীনহীন মই,
আছিল উচিত মোৰ কোৱা তেতিয়াই
নীচতোকৈ অতি নীচ, হীনোতাকৈ হীন।
মোৰ অতি ক্ষুদ্ৰ স্বাৰ্থ পূৰাবৰ বাবে,
দয়াশীল বন্ধু মোৰ উদাৰ মহান
মোৰ বাবে—মোৰ বাবে প্ৰিয়ে।
বন্ধ হল নিৰ্ম্মম সত্যেত
দয়াহীন—প্ৰাণহীন—শত্ৰুৰ লগত।
পত্ৰ ইটো—নোহে পত্ৰ—দেহ বান্ধৱৰ।
পত্ৰৰ প্ৰত্যেক শাৰী,
প্ৰতি বাণী—প্ৰতি বৰ্ণতেই
ক্ৰুৰ ক্ষত পৱিত্ৰ দেহৰ
পুণ্য ৰক্ত স্ৰোত।
কিন্তু, সঁচা জানো এই কথা?
কওক বক্তবাদেৱ!
সঁচাকৈয়ে ধ্বংস হল সকলো বণিজ?

মানদেশ, বঙ্গদেশ, মাদ্রাজ, বোম্বাই
সুদূৰ মালয়, জাভা আৰু বালি-দ্বীপ
ঠায়ে ঠায়ে গল যত বণিজৰ ডিঙা
সকলোটি হল চূৰমাৰ ?
আচৰিত ! এখনেও নাপালে নিস্তাৰ ?

মহে। এখনো ৰক্ষা নপৰিল বসন্ত! আটাই কেউখন ডিঙাই নিৰুদ্দেশ। ইয়াকেই বোলে ভাগ্য-বিপৰ্য্যয়। তদুপৰি ভূতৰ ওপৰতে দানহৰ নিচিনাকৈ খতৰ নিৰ্দ্দিষ্ট দিন উকলি গৈছে। এতিয়া ধাৰত মাৰি যিমানেই মুদ্ৰা নিদিয়া, সেই কৰাইচ দেছুৱালীয়ে তাৰ এটি মুদ্ৰাও স্পৰ্শ নকৰে। এনে নৰ-ৰাক্ষস আৰু জন্মা নাই দেও। শাক এতিয়া অমিয়ৰ দেহৰ আধা-সেৰ মঙহৰ বাহিৰে আন একোকে নেলাগে। সেই বাবে সি বৰফুকনৰ বিচাৰ-চৰাত গোচৰ দাখিল কৰিছে। সেই গোচৰ তুলি লবলৈ কতই তাক কিমান ভাবে অনুনয়-বিনয় কৰি খাটিছে তাৰ সীমা নাই। একোতেই সি সৈমান হোৱা নাই। সি কেৱল কয়—যদি নায্য বিচাৰেই নেপাও, তেন্তে কিহৰ এইখন স্বাধীন দেশ ?

পদুমী। যেতিয়া মই আমাৰ ঘৰত আছিলো তেতিয়াই পিতাই তেওঁৰ বন্ধু টোডৰমল আৰু বদ্রিনাৰায়ণৰ আগত শপত খাই কোৱা শুনিছিলো—যিমান টকা ধাৰ তাৰ দুহ গুণ বেছি পালেও তেওঁৰ লবলৈ হাবিলাষ নাই। কামৰূপীৰ

মাংসৰ দাম হেনো মুদ্ৰাতকৈ বহু গুণে বেছি সেই মাংস তেওঁৰ লাগিবই। জানেইতো পিতাৰ হিংস্ৰ প্ৰকৃতি। এই বাৰ তেওঁক হাতৰ মুঠিত পাইছে যেতিয়া কেতিয়াও শুদাই নেৰে। দণ্ড-বিধিৰ কবলৰ পৰা তেওঁৰ ৰক্ষা নাই। সঁচাকৈয়ে অমিয়ৰ বৰ বিপদ!

প্ৰতি। এয়া তোমাৰ বন্ধুৰ কথা,
তেওঁৰেই ইমান বিপদনে?

বসন্ত। সচা প্ৰিয়ে?
মোৰ প্ৰিয়তম বন্ধু উত্তম-পুৰুষ,
মানুহৰ সমাজত শীৰ্ষ স্থান যাৰ,
করুণাৰ মূৰ্ত্তিমন্ত অৱতাৰ তেওঁ।
অতুল ঐশ্বৰ্য্যশালী—দানী, মানী, জ্ঞানী,
যি জনৰ স্নেহৰ দুৱাৰ
মোৰ বাবে সদায় মুকলি।
মহত্ত্বত—দয়া-দক্ষিণাত
অতীজৰ কামৰূপী সম
মহাপ্ৰাণ বন্ধু মোৰ পৰম যশস্বী।

প্ৰতি। কিমান টকাৰ ধাৰ?

বসন্ত। তিনি হাজাৰ প্ৰিয়া!

প্ৰতি। কেৱল মাথোঁ তিনি হাজাৰ
নোহে বেছি ভাতোকই?
দিয়াগই ছহাজাৰ—হক ঋণশোধ।

নাটে যদি ছহাজাৰে,
তাৰ দুগুণ—বাৰ হাজাৰ।
তাতো যদি নহয় সন্তুষ্ট,
দিবা তাক আৰু তিনি গুণ।
সি ঋণৰ বাবে যেন বন্ধুৰ তোমাৰ
কেশাগ্রও নহয় বিনাশ।
বলা, তাৰ আগে মন্দিৰত গই
দেৱতাক সাক্ষী কৰি তাত
পত্নীত্বৰ অধিকাৰ দিবা তুমি মোক।
তাৰ পাছে কুৰি গুণ স্বৰ্ণমুদ্ৰা লই
ঋণ সুজিবৰ বাবে আনন্দ মনেৰে
যাবা তুমি প্রিয়তম গুৱাহাটীলই।
হোৱা মাত্রে ঋণ পৰিশোধ
ততালিকে ইয়ালই আহিবা দুনাই,
লগত আনিবা সেই বন্ধুক তোমাৰ।
থাকিবা যিমান দিন আতৰত তুমি
নিৰ্ম্মলা-ভনীৰ সতে
বিধবা নতুবা মই কুমাৰীৰ বেশে
বিৰহত কটাম ৰজনী।
বলা এবে যাত্রা কৰো আমি
বিবাহৰ মণ্ডপত দুয়ো জনে গই
হোম-অগ্নি সাক্ষী কৰি বান্ধো লগ্ন-গাঠি।

বাজক মঙ্গল বাদ্য, ঢাক ঢোল কা'ল,
মন্দিৰে মন্দিৰে হক শঙ্খ উৰুলিধ্বনি,
বিধিমতে বেদমন্ত্ৰ হোক উচ্চাৰিত
আমাৰেই ভৱিষ্যৎ মঙ্গল সূচাই।
পঢ়াচোন তাৰ আগে শুনো ভালদৰে
কি বাতৰি আনিছে পত্ৰই।

বসন্ত। শুনা প্ৰিয়ে। লিখিছে বন্ধুৱেঃ—(চিঠি পঢ়ে) "প্ৰিয় বসন্ত! সকলোবোৰ ডিঙা নিৰুদ্দেশ হৈছে। এখনৰো সম্বেদ পোৱা নাই পাওনাদাৰৰ দল অতি নিৰ্ম্মম—হৃদয়ত দয়াৰ লেশমাত্ৰ নাই। দেছুৱালীৰ খতৰ নিৰ্দ্দিষ্ট দিন পাৰ হৈ গৈছে। খতৰ স্বৰ্ত্ত পৰিশোধ কৰাৰ পিছত মোৰ পক্ষে আৰু জীয়াই থকা সম্ভৱ নহব। তোমাৰ আৰু মোৰ মাজত থকা সকলো দেনাপাওনা পৰিশোধ হৈছে বুলি ধৰি লবা। মৰিবৰ আগতে বন্ধু মোৰ! এবাৰ তোমাক দেখা পোৱা হলে বৰ ভাল পালোহেতেন। তুমি যেনে ভাল দেখা কৰিবা। নতুন পৰিণীতা পত্নীক এৰি যদি আহিব নোৱাৰা বেয়া নাপাও। উপায় কি? চিঠিৰ উত্তৰ নিদিলেও হব।

প্ৰীতি। সকলো কাম পাছ পেলাই যাত্ৰা কৰা প্ৰিয়তম! এতিয়াই এই মুহূৰ্ত্তে। অলপো পলম কৰিব নোৱাৰা।

বসন্ত। তেন্তে আঁহা সকলোৱে। যাত্ৰাৰ আয়োজন কৰোগৈ।

[ সকলোৱে প্ৰস্থান।

# চতুৰ্থ দৰ্শন

## গুৱাহাটী—আলিবাট

চন্দনমল সৰ্বেশ্বৰ চাওদাং বৰুৱা আৰু অমিয়ৰ প্ৰৱেশ।

চন্দন। চাওদাং-বৰুৱা। এই মানুহজনক খুব ভালকৈ চাব দেই! দয়া মায়া—করুণা—ওহোঁ। একো দৰকাৰ নাই। ভুলতো যেন নহয়। জানেই নহয়—এওঁ এজন বৰ সাধু-পুৰুষ। কালিৰ দাতা-কৰ্ণ। যাকে ধন লাগে—এওঁৰ ওচৰলৈ গলেই হয়। এওঁ বিনা সুতলৈ ধাৰ মেলে। হুচিয়াৰ! চাওদাং-বৰুৱা! এওঁৰ ওপৰত দিনে ৰাতিয়ে যেন কাৰা পহৰা ৰখা হয়। তাৰ বাবে যুগুত ব্যৱস্থা কৰে যেন।

অমিয়। তথাপিতো শুন মোৰ কথা! হে সাধু চন্দনমল।

চন্দন। খত। খত! কেৱল খতৰ স্বৰ্ত্ত।
তাত বাজে আন কথা নোখোজো শুনিব।
আখৰে আখৰে—কড়াই ক্ৰান্তিয়ে
মিলাম খতৰ স্বৰ্ত্ত।
দেৱতাৰ নাম লই কৰিছো শপত,
আন কি যে চুলি এডালৰ সম
হয় যদি হেৰ-ফেৰ সেই খত-স্বৰ্ত্ত
তাকো মই নকৰো গ্ৰহণ।

মমত নাইনে বাপু !
কত দিনা অকাতৰে বুলিলা কুকুৰ ?
কুকুৰ যেতিয়া মই
কিয় বাক দাঁত মুফুটাম ?
হবা কিন্তু সাৱধান—বিহ-দাঁত মোৰ
যাব পাৰে প্ৰাণ।
প্ৰাৰ্থী মই ন্যায়-বিচাৰৰ
বৰফুকনৰ পৰা—পাম সুবিচাৰ।
চাওদাং-বৰুৱা !
আপুনি দেখিছোঁ বৰ দয়াশীল !
বন্দীৰ প্ৰতি কিহৰ মৰম ?
বাহিৰলৈ আনিছে কিয় ?
লৈ যাওক, লৈ যাওক।
মহাপুৰুষৰ স্থান নহয় ইয়াত
ৰজাৰ আলহী-ঘৰ—আছে পোতাশাল।

অমিয়। শুন' কথা, কিনো আছে কৰ-লগা মোৰ।

চন্দন। ওহোঁ, নুশুনো নুশুনো। খত। খত। জানো মই কেৱল খতৰ স্বৰ্ত্ত। মিছাকৈ বকি মৰাৰ দৰ্কাৰ নাই বাপু! কামৰূপীৰ চলচলীয়া চকু দেখি চন্দনমল ভোল নেযায়। মোৰ পাছ লোৱাৰ আৰু সকাম নাই। একো কথাকে মই শুনিব নোখোজে। খত! খত! কেৱল খতৰ স্বৰ্ত্তহে মই জানো। [ প্ৰস্থান। ]

সুৰে। একোতেই নটলিল কাঠবুকু তাৰ।
এনেকুৱা নৰাধম ঘৃণিত কুকুৰ
নাই আৰু নৰ-সমাজত।

অমিয়। যাবলই দিয়া তাক, যাবলই দিয়া,
নকৰিবা মিছাতেই অৰণ্য-ৰোদন।
লাগে শোক প্ৰাণে মোৰ—বুজিছো কাৰণ:—
কান্দি কান্দি সৰ্ব্বস্বান্ত হোৱা
বহুজন ধৰুৱাক তাৰ
দিছো মই ধাৰ মাৰি, কৰিছো উদ্ধাৰ
বিচাৰিছে লবলই তাৰে প্ৰতিশোধ।

সুৰে। ভাবো মই—এনেকুৱা নিকৰুণ খল
নকৰিব ফুকনে বিচাৰ।

অমিয়। আইন-অমান্য কৰা নহয় সম্ভৱ।
সাধ্য নাই বৰফুকনৰ,
নোৱাৰে ঘূৰাব তেওঁ বিচাৰৰ বিধি।
যিসকল বিদেশীয়ে আহি
বাস কৰে অসম দেশত
অসমৰ ৰাজ-প্ৰতিনিধি
পক্ষপাতী বুলি সিসৱেই গই
দেশে দেশে ইদেশৰ ৰটিব দুৰ্ণাম।
বণিজৰ ডিঙা ডুবুৱাই
কোটি টকা পেলালো পানীত।

সেই ক্ষতি—সেই চিন্তাতেই
দেহ মোৰ হ'ল ৰক্তহীন।
সেই শৰীৰৰ পৰা মাংস আধা-সেৰ
কিবাদৰে কাটি দিওঁ পশু
ৰাক্ষসক ভোজ খাবলৈ।
বলা বন্ধুৱা! লৈ বলা মোক।
দেৱতাক জনাওঁ প্ৰাৰ্থনা—
আহা! যেন বন্ধু বসন্তই
দেখা পায় নিজৰ চকুৰে—
শেষ বিন্দু কৰি ৰক্ত দান
কৰিলো কিদৰে মই ঋণ-পৰিশোধ।

[ সকলোৰে প্ৰস্থান। ]

---

# পঞ্চম দৰ্শন

## ৰংপুৰ :— প্ৰতিভাৰ ঘৰৰ চোতাল

[ প্ৰতিভা, নিস্তাৰিণী, দিব্যাকৰ, পদুমা আৰু বেণুধৰৰ প্ৰৱেশ। ]

দিব্যা। দেৱী, প্ৰতিভা!
নাৰাৰো নকই মই আগতে তোমাৰ
মানৱী নোহোৱা তুমি,
পৰম করুণাময়া সাক্ষাত গোসানী।

স্বামী নাই ওচৰত—বিৰহিনী তুমি
বিৰহ-যাতনা সেই সহিবৰ হেতু
যি অতুল ধৈৰ্য্য লই বান্ধিছা হৃদয়
নাই তাৰ তুলনা ধৰাত।
কিন্তু যদি জানিলাহেতেন
সেই জন কিমান ডাঙৰ,
কিমান মহান তেওঁ কিমান উদাৰ
যাক তুমি জনালা সম্মান
যাৰ বাবে পঠালা সহায়,
বন্ধু তেওঁ মোৰ—বন্ধু তেওঁ জগতৰ;
স্বামী তব বসন্তক
ভাবে যেয়ে প্ৰাণতো অধিক
সেই জন—সেই জনে দেৱী! অমিয়কুমাৰ।
সেইকাৰণেই তেনে জন বন্ধুৰ কাৰণে
স্বামী-বিৰহত তুমি পালিছা যি ব্ৰত
তাতো আছে পৰম গৌৰৱ,
নোহে তুচ্ছ কৰুণা তোমাৰ।

প্ৰতি। শুভ কৰমৰ বাবে কোনো দিনে মই
কৰা নাই অলপোকে বেজাৰ মনত
নকৰো আজিও।
যাৰ স'তে স্বামী-মোৰ গঁথা মনে-প্ৰাণে
এক ছন্দ, এক সুৰ, এক তালে বন্ধা,

সুখে-দুখে সম্পদে-বিপদে
যাৰ সতে হৰি-হৰ অভেদ-আতমা,
সেই জন অন্তৰঙ্গ স্বামী-দেৱতাৰ
নিশ্চয় নিশ্চয় সেই অমিয়কুমাৰ
কায়-মন-বাক্যে হব স্বামী সমতুল।
আৰু যদি সেয়ে সচা হয়,
সিজনৰ মঙ্গলৰ বাবে,
ৰাক্ষসৰ গৰাসৰ পৰা
সিজনৰ মুক্তিৰ কাৰণে,
মো'ৰ শ্ৰম, মোৰ চেষ্টা, মোৰ অৰ্থব্যয়,
মূল্য তাৰ যিমান সামান্য।
সেই কথা থাকক এতিয়া।
দিবাকৰ বৰবৰা!
কিছুদিনলই আজি তোমাৰ হাতত
সপি দিলো এই মোৰ ঘৰ-গৃহস্থালি।
মোৰ অবিহনে যত লগুৱা-লিগিৰী
ঘৰৰ গৃহস্থ হই তুমিয়ে চলাবা।
ঘূৰি নাহে মানে সেই হৃদয়-দেৱতা,
যি পৰ্য্যন্ত স্বামী মোৰ থাকে বিদেশত
সংসাৰৰ পৰা মোক দিয়া অৱসৰ।
কৰিছো সংকল্প মই—
তীৰ্থ এক আছে ওচৰত,

নিৰ্ম্মলাৰ সতে মই তালকেই গই
পালিম সাৱিত্ৰী-ব্ৰত তপস্বিনী সাজি।
আশা কৰো অনুৰোধ মোৰ
নেপেলাৱা দলিয়াই তুমি।

দিবা। পৰম যত্নেৰে মই পালিম আদেশ।
নিশ্চিন্ত থাকিবা দেৱী!
জ্ঞাতভাবে কোনো ত্ৰুটি কদাপি নহয়।

প্ৰতি। জানিব পাৰিছে সৱে মনোভাব মোৰ
স্বামী আৰু মোৰ পৰিৱৰ্ত্তে
মোৰ এই ঘৰ-সংসাৰত
তুমি আৰু পদুমীয়ে হবা প্ৰতিনিধি।
ঘৰৰ গৰাকী বুলি
দাস-দাসী পালিব আদেশ,
সকলোৱে কৰিব সন্মান।
যাব পাৰা এবে
নাই ত্ৰাৰু আন কথা কবলই মোৰ।

দিবা। জয়যুক্ত হব দেৱী! কামনা তোমাৰ।

পদু। তুষ্ট হক ৰুষ্ট গ্ৰহ, গোঁসাই-গোসানী।

প্ৰতি। সেইবাবে বহু ধন্যবাদ।
বিদায় দিয়া বন্ধু! বিদায় দিয়া ভনীটী!

[ পদুমী আৰু দিবাকৰৰ প্ৰস্থান। ]

প্ৰতি। কেৰপাই কাই! তই চিৰদিনেই মোৰ আদেশ পালন

কৰিছ। আশাকৰো আজিও অৱহেলা নকৰিবি। বুঢ়াগোঁহাই ডাঙৰীয়াক চিনি পাৱ নহয় ? তেখেতে মোক নিজা জীয়েকৰ দৰে মৰম কৰে। মৰিবৰ আগতে দেউতাই মোক তেখেতৰ হাতত গতাই দি গৈছে। তেখেত দেউতাৰ বৰ অন্তৰঙ্গ বন্ধু আছিল। তেওঁৰ হাতত এই চিঠিখন দিবি। তেখেতে ইয়াৰ উত্তৰ দিব আৰু উত্তৰৰ লগত সাজপাৰ এটাও দিব। তাকো বৰ সাৱধানেৰে লুকুৱাই লৈ আহিবি, বুইছ ? সোণকালে যা। বাটত কথাপাতি তামোল-চালি খাই সময় নকটাবি দেই। পলম কৰিলে গুৱাহাটীলৈ যোৱা নাওবোৰ মেলি দিব। তেতিয়া হলে বৰ বিপদৰ কথা হব।

কেৰপাই। এই বুঢ়া বন্দা একে লৰে যাম আইদেউ! এই চিঠিৰ উত্তৰ লৈ আহোতে কেতে বেলি ? আপুনি লেশমানো চিন্তা নকৰিব। মই আহিলো। সেৱাহে।

[ কেৰপাইৰ প্ৰস্থান। ]

প্ৰতি। বল নিৰ্ম্মলা! বহু কাম বাকী এতিয়াও;
সেইবোৰ কাম তই একোকে নাজান।
অচিৰতে আমি দুজনীৰ
দেখা হব স্বামীৰ লগত।
বুজিলিনে ? বল, বেগতে ওলাব লাগে।

নিৰ্ম্মলা। আমি দুজনীক বাৰু, কোৱা বাইদেউ!
পাব জানো দেখা তেওঁলোকে ?

প্ৰতি। দেখিব অৱশ্যে।

কিন্তু দেখিব যি বেশ
স্বভাৱত অভাৱ যি ৰব সি বেশত
সেই ভাব দেখা পাব তাত।
পণ ৰাখ নিৰ্ম্মলী!
এনে ভাবে লম ছদ্ম-বেশ
দুজন ৰূপহ ডেকা হম দুয়োজনা
—দেখা পালে নিচিনে কোনেও।
মই হম অধিক ৰূপহ.
হেংদান থাকিব হাতত
বীৰ বেশে বসুন্ধৰা কপাম খোজত,
বালক যুবাৰ দৰে হব কণ্ঠস্বৰ
আকাৰ-প্ৰকাৰ খোজ হব পুৰুষৰ।
হাজাৰ হাজাৰ কথা মিছা ফন্দাভৰা
আখৈৰ নিচিনা কৰি ফুটিব মুখত।

নিৰ্ম্মলা। কিন্তু বাইদেউ! মই হলে একো বুজা নাই।

অকস্মাতে কিয় বাৰু আমি
লব লাগে পুৰুষৰ বেশ।
অ' আই! ছি কটা!
লাজ লাগে মোৰ
মই হলে নোৱাৰিম সাজিব পুৰুষ।

প্ৰতি। ছি ছি নিৰ্ম্মলী!

লাজ পালোঁ। তোৰ মুখত শুনি এনে প্ৰশ্ন,
হীন অভিসাৰ হেতু
এই কথা যেন কোনো দতীৰ মুখৰ।
কিন্তু —নাই আৰু কথাৰ সময়
ব'ল লৰালৰি।
গুপ্ত অভিসন্ধি—পৰিকল্পনা মোৰ
বাটে বাটে কম তোক সকলো বিবৰি।

[ দুয়োৰো প্ৰস্থান। ]

---

## ষষ্ঠ দৰ্শন

### ৰংপুৰ—প্ৰতিভাৰ ঘৰৰ ফুলনি

পদুমী আৰু মেমেৰা।

মেমে। সইত, সইত, তিনি সইত খাই মই কৈছো—বাপেক-মাকৰ পাপে লৰা-ছোৱালীকো ছোৱে। সেইকাৰণেহে কৈছো আইটী। তোমাৰ কাৰণে মোৰ বৰ ভয় হয়। তোমাৰ আগত চিৰদিনে মই খোলা কথা কৈ আহিছো। নহয়নে আইটী? আজিও এটা ভয়ঙ্কৰ স্পষ্ট কথা

কৈছো। কিন্তু হলে ভয় নকৰিবা দেই। অৰ্থাৎ তোমাৰ হলে আশা নাই। গলা, সমূলি তললৈ গলা। তোমাৰ যে ভাল হব আইটী! তেনে আশা নাই। সমূলি নাই। সঁচাকৈয়ে নাই। অলপ মাথোন আশা আছে।

পদুমী। সেই অলপমাননো আশা কি সোণকালে কৈ পেলা মেমেৰা!

মেমে। অৰ্থাৎ আইটী! তুমি মনে মনে ভাবা যে তুমি তোমাৰ পিতাৰাৰ ছোৱালী নোহোৱা। তাৰ মানে অৰ্থাৎ তুমি দেছুৱালীৰ ছোৱালী নোহোৱা। বুজিলানে আইটী! অৰ্থাৎ কথা এয়েই একা।

পদুমী। সেয়েই বাৰু হল মেমেৰা। তাৰ পৰানো তোৰ সেই আশাৰে মোৰ কি উপকাৰ হব কচোন। 'পিতাৰ জী নহও বুলি কলেও আইৰ পেটত জন্মিছো, সেই কথানো অস্বীকাৰ কৰিম কেনেকৈ? আইৰ পাপেওতো মোক ছুব পাৰে। কি কৰ মেমেৰা?

মেমে। কথা "সেয়েই নেকি? আইটী। তেনেহলে তোমাৰ আৰু নিস্তাৰৰ কেনো উপাই নাই। বাপেক-মাক দুজনৰ পাপে যদি দুফালৰ পৰা হেচি ধৰে তেন্তে কাৰ সাধ্য তʼৰ পৰা সৰুৱায়? ওহোঁ! আইটী! তোমাৰ আৰু ৰক্ষা নাই। তুমি গলা। সঁচাকৈয়ে গলা। পিতাৰাৰ ফালৰ গো-বধ আৰু আয়েৰাৰ ফালৰ ব্ৰহ্ম-বধ। মাজতে তুমি। দুই ফালৰ পৰা হেঁচা। আইটী! তুমি

গলা। একেবাৰেই গলা। গোৱে-পোৱে তল গলা।

পদুমী। ভয় নকৰিবি মেমেৰা! মই তুললৈ গলেও মোক ৰক্ষা কৰিব মোৰ স্বামীয়ে। তেওঁ কামৰূপী। ময়ো তেওঁৰ ধৰ্ম্ম, তেওঁৰ ভাষা আৰু আচাৰ-ব্যৱহাৰ গ্ৰহণ কৰি নিভাজ কামৰূপী হৈছো।

মমে। সেয়ে হলেও বিপদ আইটী! সেয়ে হলেও বিপদ। তোমাৰ স্বামীয়ে বৰ জগৰ লগোৱা কাম কৰিছে। আমি ইয়াত ভালেমান কামৰূপী আছো। সকলোৰে মিলিজুলি কোনোমতে পেটে-ভাতে খাই কাল কটাইছো। সেই দলত আৰু এজন কামৰূপী যোগ হলে এক লম্বৰ বাঢ়িব। তাৰ পৰা আন যি নহওক, মাছৰ দাম হলে বৰু বাঢ়ি যাব। লোভত পৰি যদি তেনে জুই-ছাই দৰত সকলোৱে মাছ কিনি খায় তেন্তে আমাৰ জাতি দেউলীয়া হব আইটী!

পদুমী। স্বামীক লৈ এনেবোৰ কথা কোৱাৰ মজাপালি দিম ৰ। সোৱা তেখেতে আহিছেই।

[ দিবাকৰৰ প্ৰৱেশ।

দিবা। তই যদি দিনে-ৰাতি চব্বিশ ঘণ্টাই মোৰ তিৰোতাৰ লগত এনেদৰে চুপতা-চুপতি কৰি থাক, মই সহিব নোৱাৰিম একা। বুইছ মেমেৰা?

পদুমী। সি কি কৈছে জানা? মোৰ বাবে হেনো স্বৰ্গৰ দুৱাৰ বন্ধ কিয়নো মই দেছুৱালীৰ ছোৱালী। আৰু তুমিও

হেনো বৰ ভাল জাতৰ কামৰূপী নোহোৱা। সেই কাৰণেহে হেনো দেছুৱালীবোৰক ধৰি ধৰি আনি কামৰূপী কৰিছা। আৰু সেইবাবে পোহাৰত মাছৰ দৰ চৰি গৈছে।

দিবা। হয় নেকি অ' মেমেৰা? বাৰু তাৰ উত্তৰ মই কামৰূপী সংৰক্ষিণী-সংঘত দিম পিছে, তই মোক কচোন্, সেই যে কুলি মাইকীজনী—অলপতে তাইৰ যি এটা কেচুৱা উপজিছে তাৰ বাপেক কোন? তয়েই জানো নহঁয়?

মেমে। কুলিৰ জাত দৌতা! কুলিৰ জাত। তাইৰ স্বভাৱ-চৰিত্ৰ বৰ বেয়া। মই তাইলৈ কি পৰোৱা কৰো দৌতা?

দিবা। মূৰ্খৰ লগত কথা কটাকটি কৰাৰ লাভ নাই। কি কোৱা পদুমী? এৰা অ' মেমেৰা! যত দোষ, নন্দ ঘোষ। এতিয়া সকলো দোষ থলিগৈ কুলি মাইকীজনীৰ ওপৰতহে। তই যে একেবাৰে নমো নমো পাৰিজাত, পিছে কুকুৰেহে ছুলে বাহী গাত। এতিয়া যাচোন বাৰু, ৰান্ধনি-ঘৰত খবৰ কৰি আহগৈ ভাত হল নে নাই।

মেমে। দৌতা! ভাত-পানী কেতিয়াবাই তৈয়াৰ হৈ আছে। সকলোৰে পেট আছে—সেই গাহৰি-পেট ভৰাবলৈ কাৰনো বাৰু ইচ্ছা নাই?

দিবা। হেৰ তই দেখোন কথাৰ ভাখৰি অ'। যা, ভাত বাঢ়িবলৈ কগৈ।

মেমে। ভাত বঢ়া হৈয়ে আছে দৌতা! কেৱল পীৰা-পানী দিওঁতে ষিকণ সময় লাগে।

দিবা। যা তেনে, পীৰা-পানীকে দেগৈ।

মেমে। সেইটো মোৰ কাম নহয় দৌতা! পীৰা-পানী দিয়া পানীমলৰহে কাম। হেনেও দিব নহয়।

দিবা। কি আপদ ঔ এইপাত! যা পানীমলকে কগৈ।

মেমে। ভাল দৌতা! ভাল। মই তেনে আহিলোহে।
আপোনালোকো আহক।

[ প্ৰস্থান। ]

দিবা। একেবাৰেই গদ্দভচন্দ্ৰ।
পেটে পেটে জানে বহু কথা
শিকা নাই কবলই সজাই-পৰাই।
হস্তীমূৰ্খ ইয়াৰ নিচিনা
বহু জন আছে সমাজত।
কিন্তু এবে কোৱা প্ৰিয়ে! আছানে কুশলে?
এই ঠাই লাগিছেনে ভাল?
কোৱা বাৰু, কেনে পালা প্ৰতিভা দেৱীক?

পদ্মমী। শুনা প্ৰিয়তম!
বসন্ত তোমাৰ বন্ধু নলে-গলে-লগা।
আচলতে যদি তেওঁ প্ৰকৃত মানুহ
হয় যেন যত্নবান এনুৱা ভাৰ্য্যাৰ
উপযুক্ত পতি হবলই,
ৰুৰে যেন শৃঙ্খলিত জীৱনৰ গতি।
এনেকুৱা লক্ষ্মী-পত্নী লাভ

বিধতাৰ আশীৰ্ব্বাদ মাথোঁ,
মলিন মৰ্ত্ত্যত যেন স্বৰ্গৰ অমৃত।
লাভ কৰি এনে ভাৰ্য্যা বন্ধুৱে তোমাৰ
স্বৰ্গসুখ নেপালে ধৰাত,
ৰুদ্ধ হব তেওঁলই স্বৰ্গৰ দুৱাৰ।
নিশ্চয় জানিবা নাথ।
ৰূপে-গুণে প্ৰতিভাৰ সমতুল্যা নাৰী
নাই আৰু এই জগতত।

দিবা। কোৱা নাই মিছা কথা তুমি।
শুনা প্ৰিয়ে। ময়ো কওঁ তাৰ লগতেই
পত্নীৰ আদৰ্শ যেনে সুন্দৰী প্ৰতিভা,
স্বামীৰ কুলৰ তেনে আদৰ্শ পুৰুষ
তোমাৰ এই বৰবৰা দিবাকৰ
ভালদৰে ৰাখিবা মনত।

পদ্ম। দিওঁ তাৰ সমিধান মই। শুনিবানে বাৰু মোৰ কথা?

দিবা। শুনিম—খুব শুনিম। কিন্তু তাৰ আগতে তুমি মোৰ এটা গীত শুনাঃ—

—গীত—

পুখুৰি শুৱনি লাজুকী পদুমী
মেলো কি নেমেলো পাহ—
মেঘৰ সৰভাৰে সোণ বিৰিঙিলে
পদুমী চৰালে লাহ;

পাহে-পাহে ৰঙা আঙুলি বুলালে
ভাঙিলে টোপনি-জাল—
কালিন্দি-ভোমোৰে ৰাঙলী চুমাৰে
কুঁৱৰীৰ ভৰালে গাল।
পদুমী মেলিলে চকু—
ৰূপে ঠন ধৰিলে যৌৱন চৰিলে
লগালে আকুবিকু!
ঢৌৱে ৰঙা দোলা লালে, কুৱৰী হালেজালে,
মলয় উজানমুৱা লগায় অহা যোৱা
গোন্ধৰ সফুৰা মেলে।

পদুমী। সুন্দৰ—মনোহৰ!

দিবা। নহয়হে, নহয়। সুন্দৰ দিবাকৰ।

পদুমী। নিশ্চয়।

দিবা। বলা এতিয়া, ভাত দিয়াগৈ। ভোকত পেট পুৰিছে।

পদু। মোৰ হবলা ভোক লগা নাই? তুমিও মোৰ বঢ়িয়া স্বামী হলা দেওহে।

দিবা। চিন্তা কি? দুয়োজন একেলগে খাবলৈ বহিম। আগত ভাতৰ কাঁহী লৈ যিমান পাৰা কথা কবা বুজিছা? এতিয়াই মোৰ কাণ দুখন তোমাক ধাৰলৈ দি থলো। ভাতৰ লগতে যিমান পৰা যায় কথাও হজম কৰিম।

পদু। বলা তেন্তে। কিমাননো খাব পাৰা আজি পৰীক্ষা কৰিম।

[ দুয়োৰো প্ৰস্থান। ]

—ঐক্যতান—

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

### গুৱাহাটী—বৰফুকনৰ বিচাৰ-চ'ৰা

বিচাৰ-আসনত বৰফুকন, বিষয়াসকল, অমিয়কুমাৰ বসন্তকুমাৰ, নিৰঞ্জন, সুৰেশ্বৰ শৈলধৰ মহেশ্বৰ চাওদাং বৰুৱা, চাওদাং প্ৰহৰী আদি।

বৰফুকন। আছেনে অমিয় এই বিচাৰ-চৰাত ?

অমিয়। ডাঙৰীয়া! উপস্থিত আছো মই
　　দণ্ডাদেশ শুনিবৰ বাবে।

বৰফুকন। পৰম দুঃখিত মই তোমাৰ কাৰণে।
　　সুকঠোৰ অভিযোগ—প্ৰতিবাদী তুমি,
　　পাষাণ নিৰ্ম্মিত হিয়া বাদীৰ তোমাৰ,
　　লেশমাত্ৰ নাই তাৰ কৰুণা প্ৰাণত।

অমিয়। ডাঙৰীয়া!
　　শুনিছো তোমাৰ মই কৰুণাৰ কথা।
　　বুজাই-বৰাই তাৰ কোমলাব প্ৰাণ
　　কৰিছা অশেষ শ্ৰম মোৰ বাবে তুমি,
　　সেইবাবে ধন্যবাদ কৰিবা গ্ৰহণ।
　　ডাঙৰীয়া! ললো মই ধৈৰ্য্যৰ আশ্ৰয়।
　　আহক যিমানে আহে ৰাক্ষস-পিশাচ
　　লক্ষ্য কৰি মোৰ শিৰলই।

বৰফুকন। মাতা তেনে, দেছুৱালী আহক এতিয়া।

চাওদাং। (চিঞৰি) উপস্থিত। চন্দনমল্ল মহাজন! উপস্থিত।

সুৰে। আছে দুষ্ট দুৱাৰমুখতে।
খাওঁ খাওঁ মূৰ্ত্তি ধৰি আহি পালে সৌৱা।

[চন্দনমলৰ প্ৰবেশ।]

চন্দন। উপস্থিত। ধৰ্ম্মাৱতাৰ! উপস্থিত।

বৰফুকন। চন্দনমল! শুন মোৰ কথা—
ভাবে সকলোৱে, মৱো ভাবো
যত তোৰ হিংসা-ৰীতি নিৰ্ম্মম কঠোৰ
সকলোটি ভুৱা মাথোঁ—নহয় প্ৰকৃত।
নিশ্চয় জানিছো মই
শেষ অঙ্ক হিংসা-নাটকৰ
হব আজি সমাপন মধুৰ ভাবেৰে।
খতৰ বিচিত্ৰ স্বৰ্ত
ভাবো আমি—
বিসৰ্জ্জিবি নিজ করুণাৰে।
'হতভাগ্য সাউদৰ অঙ্গক্ষত কৰি
প্ৰাপ্য তোৰ—মাংস আধা-সেৰ
অৱশ্যই দিবি এৰি জানিছো নিশ্চয়
—কিয়নো মানুহ তই;
চিৰকাল মানুহৰ মন
ভৰপূৰ দয়া-করুণাৰে।

ভাগ্যহীন সৰ্ব্বহাৰা আজি
সদাগৰ অমিয়কুমাৰ ;
সেই ক্ষতিলই চাই এনে দুৰ্দ্দিনত
দেখুৱাবি অৱশ্যে করুণা,
সকলোৱে লভিব সন্তোষ।
চন্দনমল্ল ! সকলো কথাকে মই
ভাঙিপাতি দেখুৱালো তোক,
লাগে এবে দয়াসনা সন্নিধান তোৰ।

চন্দন। ধৰ্ম্মাৱতাৰ !
নিবেদিছো ইতিপূৰ্ব্বে মই
মনৰ কামনা মোৰ আছে যতমানে।
পৱিত্ৰ দিনত মই খাইছো শপত—
শিৰোধাৰ্য্য কৰি লম স্বৰ্ত দলিলৰ,
তাত বাদে একোতেই নটলিবা মন।
বিচাৰ প্ৰাৰ্থনা কৰো বিচাৰ-চ'ৰাত।
সুবিচাৰ যদিহে নাপাও,
যাক তেনে ৰসাতললই
কামৰূপী দণ্ডবিধি আজি।
প্ৰশ্ন তব—এনে স্বৰ্ত কৰিলো কিহেতু ?
তিনি হাজাৰ টিকা-কৰ্প মোৰ,
তাৰ পৰিবৰ্ত্তে মোক
কিয় লাগে মানুহৰ মাংস আধা-সেৰ ?

সেয়ে ইচ্ছা মোৰ—
আন একো নিদিও উত্তৰ।
ধৰি লোৱা সেয়ে মোৰ অভিৰুচি বুলি,
হল মোৰ তেনেকুৱা মনৰ খেয়াল।
যথাযোগ্য পালানে উত্তৰ?
ধৰি লোৱা বাৰু—সদায় ঘৰত মোৰ
নিগনি এটাই কৰে মহা উপদ্ৰৱ;
মই তাক বিহ খুৱাই মাৰিবৰ বাবে
একে দিনে ভাঙো যদি এহাজাৰ ৰূপ
হব তাত কাৰ কিনো লাভ-লোকচান?
পালানে উত্তৰ?
পাইছো আঘাত মই—নিঠুৰ আঘাত
দিব খোজা আজি মাৰ্থো প্ৰত্যাঘাত তাৰ।
এয়েই খাটাং কথা—
নাই আৰু বেছি যুক্তি একো।
অমিয়ৰ প্ৰতি মোৰ আছে অতি ঘৃণা
বহুত দিনৰ পৰা সযত্নে সঞ্চিত।
স্বীকাৰ কৰিও ক্ষতি তাৰ বাবে আজি
বিচাৰ-চ'ৰাত এই অসম দেশৰ
উপস্থিত কৰিছো গোচৰ।
শুনিলানে কিয়?
উত্তৰ মোৰ কি?

বসন্ত। দয়া-মায়াহীন হেৰ দুৰন্ত দুৰ্জ্জন।
এই বৰ্ব্বৰতা—এই নিষ্ঠুৰতা তোৰ
সমুচিত নহল উত্তৰ
খুচৰি কৰিছ বাজ ক্ৰূৰতাৰ হেতু।
চন্দন। দিবলই উত্তৰ তোমাক
নোহো—নোহো বাধ্য মই।
বসন্ত। কৰিবিনে হত্যা তাক ঘৃণা কৰ যাক?
চন্দন। নকৰিলে হত্যা—নামাৰিলে প্ৰাণ
কৰে জানো ঘৃণা কোনোবাই?
বসন্ত। অপৰাধ পূৰ্ব্বতেই নোহে ঘৃণনীয়।
অমিয়। মনে মনে থাকা বন্ধু! নকৰা উত্তৰ,
নোৱাৰিবা ধেঙৰক যুক্তিৰে বুজাব।
তাতকই ভাই। লুইতৰ পাৰলই গই
ফেনেফোটোকাৰে বোৱা শাওণৰ ধাৰ
পুনৰ উজাই বব কৰা অনুৰোধ।
বাঘিনীৰ কাষলই গই
কৰাগই প্ৰশ্ন তুমি
কন্দুৱাই বুঢ়ী ছাগলীক
নিব নে নিনিয়ে কাঢ়ি বুকুৰ পোৱালি?
পৃথিৱীত সুকঠিন আছে যত কাম
পাৰিলেও সহজতে কৰিব সিবোৰ
নোৱাৰা গলাব এই ধেঙৰৰ মন।

দোহাই বন্ধু! কৰিছো মিনতি—
নকৰা প্ৰাৰ্থনা আৰু এই দুৰ্জ্জনক।
ডাঙৰীয়া! পলমৰ নাই আৱশ্যক।
উচিত বিচাৰ কৰি দণ্ড বিধিমতে
দণ্ডৰ আদেশ দিয়া লওঁ মূৰপাতি
পূৰ্ণ হক আশা ধেঙৰৰ।

বসন্ত। তিনি হাজাৰ ৰূপ পৰিশোধৰ বাবে মই এই বিচাৰ-চৰাত ছহাজাৰ ৰূপ দাখিল কৰিছো।

চন্দন। ছহাজাৰ ৰূপ? নহব—নহব
প্ৰতিটা ৰূপৰ বাবে
দিয়া যদি ছয় গুণ বেছি
ছয় ছয় ছয়ত্ৰিশ গুণ
নলও, কদাপি মই পাই এটা তাৰ।
খত—খত—খত
দাবি মোৰ খতত লিখা স্বৰ্ত।

বৰফুকন। চন্দনমল! আজি যদি নকৰ মাৰ্জ্জনা
কোন মুখে ভৱিষ্যতে বিচাৰিবি ক্ষমা?

চন্দন। ক্ষমা! ক্ষমা মই বিচাৰিম কিয়? সজ্ঞানে-সুস্থ-শৰীৰে মই কোনো অপৰাধ কৰা নাই ধৰ্ম্মাৱতাৰ! তোমালোকে যে কিনি লৈ জাকে জাকে দাস-দাসী ৰাখিছা আৰু সিহঁতক কুকুৰ গাধৰ দৰে ব্যৱহাৰ কৰিছা মই যদি কওঁ সিহঁতক মুক্তি দিয়া, তোমালোকৰ পুতেৰা-

জীয়েৰাহঁতৰ লগত সিহঁতৰ বিয়া পাতি দিয়া, তেন্তে ? বেচেৰাহঁতে তোমালোকৰ তলত লেকাট খাটি মৰিব কিয় ? যদি কওঁ—সিহঁতক তোমালোকৰ সমানে হংসতুলা পাৰি কোমল শয্যাত শুবলৈ দিয়া, বাটি ভৰাই ঘিউ-মৌ খাবলৈ দিয়া, তেন্তে তাৰ উত্তৰ দিবা কি ? নকবানে—হীন নীচ গোলাম বান্দী সিহঁত ? না তেন্তে—মোৰ উত্তৰো তেনেকুৱাই। হে সাধু সজ্জনসকল ! সকলোৱে শুনাহক :—আধা-সেৰ মঙহ—কামৰূপীৰ বুকুৰ আধা-সেৰ মঙহ। লাগে—মোক লাগে। বৰ বেছি দাম দি মই এই মাংস কিনি লৈছো। মোক এই মাংস লাগিবই—লাগিব। আন একো নালাগে। যদিহে নাপাও—তেন্তে ধিক এই কামৰূপৰ বিচাৰ-চ'ৰা। ধিক কামৰূপী-আইন—বিচাৰ-বিধি ! বিচাৰ—বিচাৰ লাগে ধৰ্ম্মাৱতাৰ ! কোৱা, ন্যায় বিচাৰ পাম নে নাপাম ?

বৰফুকন। বিচাৰ চ'ৰাকে এই ভঙ্গ কৰিবৰ
আছে মোৰ ক্ষমতা হাতত.
চাওঁ বাৰু আৰু কিছু পৰ।
বিচাৰত বিচক্ষণ মন্ত্ৰী-ডাঙৰীয়া
ৰঙপুৰ নগৰত আছে উজনিত।
পাচিছো কটকী মই পৰামৰ্শ সুধি,
আহিলে নিৰ্দ্দেশ তাৰ কৰিম বিচাৰ।

সুৰে। ডাঙৰীয়া ! জানিব পাৰিছো মই

আপেক্ষিছে বাহিৰত মন্ত্ৰীৰ কটকী,
আহি পালে অলপতে উজনিৰ পৰা।

বৰফুকন। মাতি আনা সোণকালে মোৰ আগলৈ।

[সুৰেশ্বৰৰ প্ৰস্থান।

বসন্ত। বন্ধু অমিয়! সাহ আনা বুকুলৈ তুমি।
মই দিম মোৰ মাংস দুষ্ট ধেঙৰক,
মাংস কিয়? হাড়-মূৰ, তেজ, হাত, ভৰি,
কাটি দিম নিজ হাতে এটা এটা কৰি
তোমাৰ তেজৰ টোপ পৰাৰ আগতে।

অমি। বন্ধু! মোক মৰিবলৈ দিয়া—মৰিবলৈ দিয়া।
মৃত্যুৱে যে নোশোভে তোমাক
এশ বছৰ জীয়াই থাকা তুমি।
মৰিম যেতিয়া মই
সমাধিক্ষেত্ৰৰ এক স্মৃতি-ফলকত
লেখি থবা পৰিচয় মোৰ।
হোৱা তুমি দীঘজীৱী।

সুৰেশ্বৰৰ লগত কাকতীবেশী নিৰ্ম্মলাৰ প্ৰৱেশ।]

বৰফুকন। কোঁৱৰ, আহিছানে ৰংপুৰৰ পৰা
কি বাতৰি পাঠালে মন্ত্ৰীয়ে?

নিৰ্ম্মলা। বৰফুকন-ডাঙৰীয়া। সেৱা হে। মই ৰংপুৰৰ পৰা আহিছো। বুঢ়াগোঁহাই-ডাঙৰীয়াই মোক পঠালে। লগত এয়া—তেখেতৰ পত্ৰ-সন্দেশ অনা হৈছে।

অনুগ্ৰহ কৰি গ্ৰহণ কৰক। পত্র দিয়ে।]

বসন্ত। ইমান জোৰেৰে দাখন ধৰাইছ কিয় চয়তান?

চন্দন। হাড়-ভগা ধকুৱাৰ ধাৰ পৰিশোধ হব যে!

নিৰঞ্জন। বাহিৰত ধাৰ দিবৰ আৱশ্যক নাই দুষ্ট! অন্তৰৰ কঠিন শিলত ধৰায়েই থৈছ নহয়? কিন্তু এই অস্ত্ৰৰ প্ৰয়োজন কি চন্দনমল? পৃথিৱীত এনে কোনো ধাতু আৱিষ্কাৰ হোৱা নাই যি ধাতু তোৰ হিংসাতকৈ বেছি চোকা। চাওদাঙৰ বলিকটা দাতো ইমান ধাৰ নাই। কোনো ৰকম কাকুতি মিনতিতে তোৰ অন্তৰ নপমিল।

চন্দন। পাৰ মানে ভৰা বিদ্যা মিনতিত তোৰ।
নগলে। নটলে এডাল চুলিৰ মানো—ঠিক জানিবা।

নিৰ। নিপাত! নিপাত হ ৰাক্ষস-কুক্কুৰ।
বিচাৰ-চৰাই এই যক জহন্নামে।

বৰফুকন। মন্ত্রী-ডাঙৰীয়াই লেখিছে:—তেখেতৰ অনুৰোধমতে ডেকাফুকন আহিছে—মোক এই বিচাৰত সহায় কৰিবৰৈ। কতা, আহিছেনে তেওঁ?

নিৰ্ম্মল। আপেক্ষিছে বাহিৰত তেওঁ।
বিচাৰিছে অধিকাৰ বাহিৰত ৰই
প্ৰৱেশৰ বাবে এই বিচাৰ-চৰাত।

বৰফুকন। আনন্দেৰে দিলো অধিকাৰ।
যোৱা, যোৱা,' তিনি চাৰি জন বিষয়া গই
সাদৰে 'সম্মান মোৰ কৰি নিবেদন

আনা এই চৰালই ডেকাফুকনক।
কাকতি ! তুমিয়েই কৰাচোন এই পত্ৰ পাঠ।

কেইজনমান বিষয়াৰ প্ৰস্থান।

নিৰ্ম্মলা ( পত্ৰ পাঠ ) ঃ—"বৰফুকন ডাঙৰীয়াৰ পত্ৰ পোৱা হল। আমাৰ শৰীৰ ভাল নহয়। আপোনাৰ কটকী এইখিনি পোৱাৰ সময়ত শ্ৰীমান কন্দৰ্পেশ্বৰ ডেকাফুকন আমাৰ গৃহত আলহী আছিল। চন্দন আৰু অমিয়ৰ গোচৰৰ বিষয়ে তেওঁৰ লগত আমি কথা-বতৰা হৈছোহক। এই সম্পৰ্কে আমাৰ যুক্তি আৰু মতো তেওঁৰ আগত প্ৰকাশ কৰা হৈছে। তদুপৰি তেওঁৰ নিজৰো বিদ্যা-বুদ্ধি আৰু জ্ঞান যথেষ্ট আছে বুলি আমি বিবেচনা কৰোহক। জ্ঞান আৰু বুদ্ধিৰ সমন্বয়ত তেৱেঁই আমাৰ প্ৰতিনিধি স্বৰূপে কাজ কৰি আপোনাক সন্তোষ দিব পাৰিব বুলি বিবেচনা কৰা হৈছে। এই বিষয়ত আমাৰ তিলমাত্ৰও সন্দেহ নাই। সেইকাৰণে তেওঁৰ কম বয়স হলেও একো অসুবিধা নহব। ইমান কোমল বয়সতে কাৰো গাত প্ৰবীনৰ দৰে এনে গভীৰ জ্ঞান আৰু বুদ্ধি পূৰ্ব্বে আমি দেখা মনত নপৰে। আপুনি তেওঁৰ জ্ঞান বুদ্ধি আৰু কৰ্ম্ম-কুশলতাৰ চিনাকি পাব।"

বৰফুকন ঃ পত্ৰত লিখা কথা সকলোৱে শুনিলাহক।
বিচক্ষণ আমাৰ মন্ত্ৰী ডাঙৰীয়া !

[ বিষয়াসকলৰ লগত ডেকাফুকনবেশী প্ৰতিভাৰ প্ৰৱেশ। ]

সউ যে তেওঁ আহি পালেই। আঁহা, আঁহা বোপা ডেকাফুকন। তুমি আমাৰ মন্ত্ৰী-ডাঙৰীয়াৰ প্ৰতিনিধি হৈ আহিছা নহয়নে ?

প্ৰতিভা। সঁচা কথা ডাঙৰীয়া।
মন্ত্ৰীৰ আদেশ মই তুলিছো শিৰত।

বৰফুকন। সাদৰেৰে সম্ভাষণ জনালো তোমাক.
বহাঁ মোৰ সোঁহাতৰ আসনত তুমি।
বিচাৰ-চৰাত এই ন্যায়-দণ্ড লই
সুধিব লাগিব তুমি জটিল গোচৰ।
শুনিছানে আঁতিগুৰি তাৰ ·

প্ৰতিভা। গোচৰৰ বিৱৰণ শুনিছো আগতে।
কত সেই সদাগৰ ?
কেনি আছে সেই দেচুৱালী ?

বৰফুকন। অমিয়কুমাৰ। বৃদ্ধ চন্দনমল !
থিয় হোৱা ভালদৰে আগলই আহি।

প্ৰতিভা। তোমাৰ নাম চন্দনমল ?

চন্দন। হৈছে ধৰ্ম্মাৱতাৰ। চন্দনমল নাম মোৰ।

প্ৰতি। অদ্ভুত গোচৰ—অভূতপূৰ্ব্ব।
ইপিনেদি কামৰূপী বিচাৰ-চৰাত
যেয়ে যিবা জনায় প্ৰাৰ্থনা,
পাবই লাগিব তাকে—নহব বিমুখ।
তুমিয়েনে সদাগৰ অমিয়কুমাৰ

হলা আজি বধ্য চিকাৰৰ?

অমিয়। ধেঙৱে তাকেই কয়—ডাণ্ডৰীয়া।

প্ৰতি। খতৰ সকলো স্বত´
সঁচা বুলি কৰানে স্বীকাৰ?

অমি। স্বীকাৰ কৰিছো স্বত´।

প্ৰতি। দয়া কৰি দেছুৱালী দিবনে ৰেহাই?

চন্দন। দয়া! দয়া আকৌ কিয়? দয়াৰ কাৰণ কি আছে
মই জানিব পাৰোনে?

প্ৰতি। দয়া আৰু করুণা আছে দুটা কথা।
যেনেকই ওপৰৰ আকাশৰ পৰা
তললই ধাৰাসাৰে নামে বৰষুণ
মানুহৰ অন্তৰতো ঠিক সেইদৰে
বই যায় সুবিমল করুণাৰ ধাৰা।
করুণা কল্যাণময়ী দুই পক্ষলই—
যি জনে করুণা পায় তেৱো উপকৃত,
যি জনে করুণা কৰে তেওঁৰো মঙ্গল।
করুণাৰ শকতিৰো অসীম ক্ষমতা
পৃথিৱীত ইযে অতি গৌৰৱ মহান!
শোভা কৰে যি মুকুট ৰজাৰ মূৰত
করুণা-ভূষণে যদি হয় বিভূষিত
তাতোকই বেছি শোভা হয় নৃপতিৰ।
ৰজাই প্ৰচাৰি দম্ভ ৰাজদণ্ড লই

মৰ্ত্ত্য-ধৰণীত কৰে গৌৰৱ বিস্তাৰ;
কিন্তু যদি সেই হেন ৰাজদণ্ডধৰো
করুণাৰে বিগলিত হয় অন্তৰত
ৰজা গুচি হয় তেওঁ স্বৰ্গৰ দেৱতা।
বিচাৰৰ আসনত বহি নৰপতি
স্নিগ্ধময়ী করুণাৰে কৰিলে বিচাৰ
ৰজাৰ বিচাৰে হয় দেৱ-আশীৰ্ব্বাদ!
সেইকাৰণেই কওঁ হে চন্দনমল!
বিচাৰিছ আজি তই যদিও বিচাৰ,
এই কথা ভালদৰে ৰাখিবি মনত—
যদিহে বিচাৰ হয় করুণাবিহীন
নহব যে তাৰ পৰা কাৰো উপকাৰ।
নিতউ কৰিছো আমি করুণা প্ৰাৰ্থনা,
নিজে আমি সকলোটি করুণা-কঙাল
আনকো লাগিব দিব সেই করুণাকে।
পাৰো বুলি কোমলাব কঠোৰ অন্তৰ
কলো তোক ভাঙি-পাতি অত কথা মই।
ইমানতো যদি তই বিচাৰ বিচাৰ,
বুজি পাবি কেনেকুৱা কামৰূপী-বিধি,
চলিব বিচাৰ-চৰা সেই নিৰ্দ্দেশত।
বিহিব পাৰিবি শাস্তি লিখা স্বৰ্তমতে
নহব অন্যথা তাৰ জানিবি নিশ্চয়।

চন্দন। মোৰ কামৰ ফলাফল মোৰ মূৰৰ ওপৰতে থাকক ধৰ্ম্মাৱতাৰ।
বিচাৰ—মোক লাগে কেৱল বিচাৰ।
প্ৰতি। ঋণ সুজিবৰ বাবে নাই জানো মুদ্ৰা?
বসন্ত। আছে মুদ্ৰা—ৰাখিছো যুগুত
দিছো এই বিচাৰ-চৰাত।
দুগুণো দিবৰ বাবে সাজু আছো মই,
যদি আৰু লাগে বেছি—তাকো দিব পাৰো
দিম মুদ্ৰা আৰু দহ গুণ
কুৰি গুণ, ত্ৰিশ গুণ, দিম ইচ্ছামতে।
নিজা মোৰ এই মূৰ, হাত-ভৰি, প্ৰাণ
লাগে যদি তাকো মই ৰাখো বন্ধকত।
ইমানতো দেছুৱালী নহলে সন্মত
ডাঙৰীয়া! নিজ পদ অধিকাৰে তুমি
মহান সত্যৰ বাবে—ন্যায়ৰ কাৰণে
দুৰন্তৰ ক্ৰুড় হিংসা দিবা ব্যৰ্থ কৰি।
কৰিলে সামান্য ত্ৰুতি এই বিচাৰক
নহয় কদাপি পাপ—হব মহাধৰ্ম্ম।
প্ৰতি। অসম্ভৱ তেনে কথা—বিধি ভঙ্গ কৰা।
বিচাৰ-বিধিত এই আছে যি নিৰ্দ্দেশ
নোৱাৰিম তাক আমি কৰিব অমান্য,
তেনে শক্তি নাই কাৰো অসম দেশত।
চিৰ-প্ৰচলিত বিধি—দেশৰ দস্তুৰ

ৰজা-প্ৰজা সকলোৱে মানিব লাগিব।
বিচাৰকে লঙ্ঘে যদি বিচাৰৰ বিধি,
ৰক্ষকে ভক্ষক হয়, শাসকে শোষক,
আগলই অনৰ্থক বাঢ়িব জঞ্জাল
ন্যায়-বিচাৰৰ আৰু নাথাকে সন্মান।
নহব আমাৰ দ্বাৰা তেনুৱা বিচাৰ।

চন্দন। ধৰ্ম্মৰাজ—বিচাৰৰ আসনত স্বয়ং ধৰ্ম্মৰাজ। হাঃ হাঃ! কি ভাগ্য! বিজ্ঞ জ্ঞানী বিচাৰক! দেখাত তুমি লৰা মতীয়া হলেও বিদ্যা কিমান গভীৰ! হে ধৰ্ম্মাৱতাৰ! কি বুলি তোমাক মই সন্মান জনাও?

প্ৰতি। চাওঁ খত, কিবা স্বৰ্ত লিখা আছে তাত?

চন্দন। এইখন—এইখন খত। মহামান্য ধৰ্ম্মাৱতাৰ!

প্ৰতি। (খত পঢ়ি চাই) চন্দনমল।
ললে কিন্তু পাৰ হই তিনি গুণ ৰূপ।

চন্দন। শপত! ধৰ্ম্মাৱতাৰ! শপত। দেৱতাৰ নাম লৈ মই শপত খাইছো। সেই শপত ভঙ্গ কৰি এতিয়া ৰৌ ৰৌ নৰকত গৈ পচিমনে? নহয়, কদাপি, তেনে কথা হব নোৱাৰে। গোটেই অসম দেশখন পালেও মই শপত ভঙ্গ নকৰো। জকুল, ধৰ্ম্মাৱতাৰ—জকুল।

প্ৰতি। ঋণ সুজিবৰ দিন পাৰ হই গল।
ন্যায়-বিচাৰ তাৰ—সেইকাৰণেই
দেছুৱালী কৰে দাবি বিচাৰ-চৰাত।

সাউদৰ শৰীৰৰ মাংস আধা-সেৰ
বুকুৰ কাষৰ পৰা লব খোজে কাটি
খতেও তাকেই কয়।
কিন্তু দয়া কৰ চন্দনমল!
করুণা—এফেৰি করুণা কৰ।
তিনি গুণ ৰূপ লই সন্তুষ্ট হ তুই।
ল মুদ্রা তিনি গুণ—ফালো মই খত।

চন্দন। খত পিছতো ফালিবা। আগেয়ে তাৰ স্বৰ্তমতে ঋণ পৰিশোধ হওক। কথাই-বতৰাই, বিচাৰে-বুদ্ধিয়ে ধৰ্ম্মাৱতাৰ! তুমি অতি নিপুণ বিচাৰক। যুক্তি-ব্যাখ্যা তোমাৰ চমৎকাৰ। আইনমতে—কামৰূপী বিচাৰ বিধিমতে বিচাৰ কৰি ৰায় দিয়া। মই পণ কৰিছো, ঠিক শপত খাইছো —কাৰো সাধ্য নাই মোক এই পণৰ পৰা টলাব পাৰে। খত দাখিল কৰিছো। এই খতৰ ওপৰতে মোৰ নিৰ্ভৰ।

অমিয়। জনাও প্রার্থনা মই বিজ্ঞ বিচাৰক!
হক দণ্ড বিচাৰত—বিহিত আদেশ।

প্রতি। বেছ!, সেয়ে হব।
শানিত অসিৰ বাবে মুক্ত কৰা বুকু।

চন্দন। ধন্য ধন্য! হে মহিমান্বিত বিচাৰক! তোমাৰ জয় হক। চমৎকাৰ বিচাৰ—যদিও বালক অতি চমৎকাৰ!

প্রতিভা। কঠিন বিচাৰ-বিধি। সেই বিধিমতে
খতৰ ই স্বৰ্তমতে দুৰ্লঙ্ঘ্য আদেশ—

তোমাৰ বুকুৰ পাব মাংস আধা-সেৰ।

চন্দন। সত্য কথা। ন্যায়ৰ-কথা। ন্যায়ৰ বিচাৰ। দেখাত লৰামতীয়া হলেও বয়স নিশ্চয় বেছি।

প্রতি। সাজু হোৱা বুকু খুলি অমিয়কুমাৰ!

চন্দন। ঠিক বুকু—লম মাংস বুকুৰ কাষৰ। খতত সেইদৰেই লিখা আছে, নহয়নে ধৰ্ম্মাৱতাৰ? ঠিক বুকুৰ কাষৰ পৰা। এই চোৱা, খতত তেনেদৰেই লিখা আছে!

প্রতি। লিখা আছে তেনেদৰে ঠিক।
মাংস জুখিবৰ বাবে আনিছনে তৰ্জ্জু?

চন্দন। তৈয়াৰ। ধৰ্ম্মাৱতাৰ। এই যে। তৈয়াৰ।

প্রতি। লাগিব এজন বৈদ্য—বিজ্ঞ চিকিৎসক
ঘতালিকে তেজ বন্ধ কৰিবৰ বাবে।
নহলে মৰিব এই বিচাৰ চ'ৰাতে
হতভাগ্য সদাগৰ তেজ গই গই।
চন্দনমল্!
মাতি আন বৈদ্য এক নিজ খৰছত।

চন্দন। তেনেকুৱা স্বৰ্ত খতত লিখা নাই।

প্রতি। নাথাকিব পাৰে লিখা, কিনো কথা তাত?
উপযাচি এনে দয়া দেখুৱাটো ভাল।
নহবনে তাৰ দ্বাৰা ধৰ্ম্ম কৰা তোৰ?

চন্দন। নহয়—নহব। বৈদ্য—সেই কথা খতত লিখা নাই।

প্রতি। সদাগৰ! তোমাৰ শেষ বক্তব্য?

অমিয়। সম্পূৰ্ণ প্ৰস্তুত মই। তাৰ আগে মাথোঁ
সামান্য বক্তব্য মোৰ আছে কেবলই।
প্ৰাণৰ বসন্ত! বিদায় দিয়া বন্ধু!
মৃত্যু হল আজি মোৰ তোমাৰ কাৰণে
অনৰ্থক এনে কথা ভাবি যেন তুমি
ভবিষ্যতে কেতিয়াও নকৰা বেজাৰ।
হল আজি মোৰ প্ৰতি সদয়া নিয়তি।
হতভাগ্য কোনো ধনী অৰ্থ হেৰুৱাই
হয় যদি ভাগ্য-দোষে বাটৰ ভিকহু,
গাতত সোমায় চকু চিন্তা-ভাৱনাত,
কোচ খায় অকালতে কপালৰ গাঠি,
জীয়াই থাকিও মৰা নিজ অদৃষ্টত
তেনে. কষ্ট-দৰিদ্ৰতা, যমৰ নিকাৰ—
নাপালো ভুগিব মই, সেয়ে মহাভাগ্য।
নিমিলিল তেনে গ্লানি, লজ্জা ক্লেশকৰ।
ভাগ্য ভাল—মানে মানে পালো মুক্তিলাভ।
বন্ধু! মাননীয়া পত্নীক তোমাৰ
জানাবা বিদায়-বাণী মোৰ হই তুমি।
সিজনাক কবা মোৰ মৰণ কাহিনী,
কবা আৰু ভালপাও কিমান তোমাক।
আৰু এটা কথা কবা তাৰ লগতেই—
আছিল তোমাৰ এক বুকুৰ বান্ধৱ,

শুজিলে তোমাৰ ধাৰ সেই বন্ধুৱেই।
সেইবাবে নাই একো দুখৰ কাৰণ;
হিয়াৰ সৰ্ব্বস্ব দিওঁ আনন্দ মনেৰে
কৰিম তোমাৰ হই ঋণ পৰিশোধ।

বসন্ত। বন্ধু অমিয়! আছে এক পত্নী মোৰ
প্ৰাণতো অধিক প্ৰিয় প্ৰিয়তমা তেওঁ।
কিন্তু মোৰ এই প্ৰাণ, সেই যে প্ৰেয়সী
সমগ্ৰ নিখিল বিশ্ব, দেৱতা-দানৱ
নহয় তুলনা কাৰো তোমাৰ লগত।
যমৰ মুখৰ পৰা সৌভাগ্য বলত
পাওঁ যদি আজি মই ঘূৰাই তোমাক
নিশ্চয় জানিবা বন্ধু! সকলোকে মোৰ
আনন্দেৰে হাঁহি হাহি দিম বিসৰ্জ্জন।
নিৰ্ম্মম ৰাক্ষসে এই দেখুৱালে দয়া
যি আছে সকলো দিম বিনিময়ে তাৰ।

প্ৰতিভা। শুনা হলে এই কথা পত্নীয়ে তোমাৰ
সাধু বুলি কেতিয়াও নাভাবে তোমাক।

নিৰঞ্জন। মোৰো এজনী তিৰোতা আছে। তেওঁক মই জীউটো-তকৈও বেছি ভাল পাও। কিন্তু মোৰ মনত এই সময়ত এনে ভাব খেলাইছে—তেওঁ যদি মৰি এই মুহূৰ্ত্ততে স্বৰ্গলৈ গলহেতেন, আৰু স্বৰ্গলৈ গৈ যদি এই নৰ-প্ৰেত দেছুৱালীৰ মন গলাব পৰা দৈৱশক্তি লাভ

কৰিলেহেঁতেন

নির্ম্মলা। খুব সাৰিলা তুমি। তোমাৰ ঘৈণীয়েৰা ইয়াত নাই। সেইবুলিহে এনে কথা কব পাৰিছা। তোমাৰ এনে-কুৱা ইচ্ছাৰ চিনাকি তেওঁ ঘৰত পোৱা হলে অশান্তিত ঘৰ গুচি বাঁহ-তল হলহেঁতেন।

চন্দন। কামৰূপী মতাবোৰ এনেকুৱাইনে? মোৰো এজনী ছোৱালী আছিল। এনে কামৰূপী মতাত চাপনী হোৱাতকৈ তাই ডিঙিত কলহ বান্ধি মৰি যোৱাই ভাল আছিল। বহু পলম হৈছে ধর্ম্মাৱতাৰ। প্রার্থনা জনাইছো— সোণকালে বিচাৰ শেষ হওক।

প্রতি। শুন তেন্তে—সাউদৰ শৰীৰৰ পৰা
ন্যায্যমতে পাব তই মাংস আধা-সেৰ।
প্রাপ্য তোৰ বিচাৰত হইছে মঞ্জুৰ
বিচাৰৰ বিধিয়েও দিছে তাকে তোক।

চন্দন। চমৎকাৰ বিচাৰ। বিচাৰৰ আসনত স্বয়ং ধর্ম্মৰাজ।

প্রতি। এই আধা-সেৰ মাংস—ন্যায্য প্রাপ্য তোৰ
বুকুৰ কাষৰ পৰা লব পাৰ কাটি।
কামৰূপা বিধিমতে বিচাৰ-চ'ৰাত
যুক্তি-সিদ্ধ তোৰ দাবি কৰিলো ঘোষণা।

চন্দন। ধর্ম্মাৱতাৰ, অগাধ-পণ্ডিত—ন্যায় বিচাৰক। চমৎ-কাৰ নিৰপেক্ষ বিচাৰ। আহ, আগবাঢ়ি, আহ দাম্ভিক কামৰূপী! বুকু পাতি থিয় হ—কাটো মই মাংস।

প্ৰতি। ধীৰে—চন্দনমল! ধীৰে।
ৰবি এক্ষস্তেক
আছে আৰু ওপৰঞ্চি কব-লগা মোৰ।
কাটি লবি মাংস—আছে খতত লিখা,
কিন্তু এটা কথা—
মাটিত পৰিব তেজ কাটোঁতে মঙহ
লিখা নাই স্বৰ্ত তেনেকুৱা।
লিখা মাথোঁ আছে তাত—
আধা-সেৰ বুকুৰ মঙহ,
মিলাই খতৰ স্বত—পাবি সেই মাংস,
জুখি লবি পূৰাপূৰি ঠিক আধা-সেৰ।
কিন্তু হবি সাৱধান—
যদিহে কাটোতে মাংস উলিয়াৱ তেজ
কামৰূপী-সন্তানৰ হয় ৰক্তপাত
তেন্তে—তেন্তে তোৰ সকলো সম্পত্তি
যাব ৰাজকোষলৈ—হব বাজেয়াপ্ত।
নিৰ। এতিয়া কেনে? জয়, ন্যায়পৰায়ণ বিচাৰকৰ জয়!
চাই ল। চাই ল দেছুৱালী!—কিমান বুদ্ধি, কিমান জ্ঞান।
চন্দন। এয়েইনে বিচাৰ? এনেকুৱাইনে কামৰূপী বিচাৰ-বিধি?
প্ৰতি। একোকে নালাগে তোক—কেৱল বিচাৰ,
পাবি সেই বিচাৰকে চূড়ান্ত ৰকমে।
নিৰ। চমৎকাৰ বিচাৰ! বিচক্ষণ বিদ্বান জ্ঞানী বিচাৰক।

চাই ল দেছুৱালী! ভালদৰে বুজি ল।

চন্দন। তেন্তে মই আগৰ প্ৰস্তাৱতে মান্তি হলো। তিনি গুণ টকা দিয়া। তাকে পালেই কামৰূপীক মুক্তি দিম।

বসন্ত। এই ল ৰূপ।

প্ৰতিভা। ক্ষান্ত হোৱা, বিচাৰত নকৰা ব্যাঘাত।

কেৱল বিচাৰ লাগে এই ধেঙৰক,
ভালদৰে পাব সেই বিচাৰ মাথোন
আন একোতেই তাৰ নাই অধিকাৰ।
বিচাৰ—কেৱল বিচাৰ, চন্দনমল!
বিচাৰৰ বাদে তোৰ নাই একো দাবী
খত-স্বৰ্তমতে পাবি মাংস আধা-সেৰ।

নিৰ। দেছুৱালী! ধেঙৰ! চাই ল। বুজি ল।

এই বিচাৰকেই স্বয়ং ধৰ্ম্মৰাজ।

প্ৰতি। প্ৰস্তুত—প্ৰস্তুত হ লব মাংস কাটি।

সাৱধান, নোৱাৰিব হব ৰক্তপাত।
আৰু শুন—নোৱাৰিবি লব কম-বেছি
জুখিমাখি ঠিকঠাক লবি আধা-সেৰ।
তাতকই যদি বেছি—নতু কম কাট
তৰ্জ্জুত জোখোতে যদি
ৰতি-পৰিমাণো তাৰ হয় হেৰফেৰ
ৰতিৰো বিংশতিতম মাত্ৰা বেছি হয়
চুলিৰ সমানো যদি কমে ওজনত

তেন্তে তোৰ প্ৰাণদণ্ড নিশ্চয় জানিবি।
আৰু তোৰ যতমানে সম্পত্তি-বিভৱ
সকলোৱে জমা হব ৰাজ-ভড়ালত।

নিৰ। ধৰ্ম্মৰাজ—মূৰ্ত্তিমৰ্ত্ত ধৰ্ম্মৰাজ বিচাৰ-আসনত।
হে বিদেশী ধেঙৰ! খুব ভাল কথাষাৰ মোক শিকালি।
জয় ধৰ্ম্মৰাজৰ জয়!

চন্দন। যি টকা মই ধাৰলৈ দিছিলো তাকে দিলেও হব। বেছি নালাগে।

বসন্ত। লব পাৰ এতিয়াই দিছো মই ধন।

প্ৰতি। চন্দনমল! বাৰে বাৰে বিচাৰ-চৰাত
স্পষ্টভাবে কৰিছ ঘোষণা—
নালাগিব অৰ্থ তোক
লাগিব বিচাৰ মাথোঁ খত স্বৰ্ত মতে।

নিৰ। চমৎকাৰ বিচাৰ। ধৰ্ম্মৰাজ নে কোন? বেছ কথাষাৰ মোক শিকালি ধেঙৰ! সেইবাবে ধন্যবাদ তোক।

চন্দন। মোৰ মূল ধনখিনিও নাপামনে?

প্ৰতি। খত-স্বৰ্ত বিনে তই নাপাবি একোকে।
খত-স্বৰ্ত পালনৰ বাবে
সকলো দায়িত্ব তই ললি গাত পাতি।

চন্দন। বেছ। সেয়েই হওক। সকলোবোৰ পিশাচৰ পেটতে সোমাওক। মই আৰু ইয়াত এক্ষন্তেকো নাথাকো। (যাব খোজে)

প্ৰতি। ৰবি, ৰবি, বিচাৰৰ আৰু বাকী আছে
বিচাৰ নহলে শেষ নোৱাৰিবি যাব।
নাজাননে কেনেকুৱা কামৰূপী-বিধি ?
যদি কোনো বিদেশীয়ে আহি
পৰোক্ষ বা প্ৰত্যক্ষ ভাবে
চেষ্টা কৰে প্ৰাণ লব অসমবাসীৰ,
আৰু সেইবাবে আহি বিচাৰ-চৰাত
অভিযোগ কৰে উপস্থিত,
আৰু যদি সেই অভিযোগ
মিছা বুলি হয় প্ৰমাণিত
ধৰা পৰে ষড়যন্ত্ৰ সেই
নাজাননে হব পাৰে কিবা শাস্তি তাৰ ?
যি থাকে সকলো তাৰ মাটি-বাৰী, ধন
আধা যাব ৰাজকোষলই,
বাকী আধা পাব তেওঁ—যাৰ বিৰুদ্ধত
সৃষ্টি মিছা অভিযোগ—অযথা কলঙ্ক।
এনেকুৱা অপৰাধ যাৰ,
একমাথোঁ বৰফুকনৰ
সিজনাক মাৰ্জ্জনাৰ আছে অধিকাৰ,
আৰু কাৰো তেনে শক্তি নাই।
আজিৰ বিচাৰ-চৰাই কৰিছে বিচাৰ
প্ৰত্যক্ষ ভাবেই তই হে চন্দনমল।

সদাগৰ অমিয়ৰ প্ৰাণনাশ হেতু
তুলিছিলি ঘৃণনীয় মিছা অভিযোগ,
সেইবাবে কামৰূপী বিধিমতে এবে
শাস্তি তোৰ প্ৰাণদণ্ড—ভূমি-ধন-নাশ।
জীয়াই থাকিব যদি ইচ্ছা আছে তোৰ
আঠু লই সবিনয়ে জনালে প্ৰাৰ্থনা
মাৰ্জ্জনা কৰিব পাৰে ফুকনে মাথোন।

নিৰ। তাতকৈ এই প্ৰাৰ্থনা জনা চন্দনমল! তই যেন নিজ হাতেৰে ডিঙিৰ জৰীগছ টানি ধৰি ফাচি চাঙত ওলমিব পাৰ। অ' তাতো আকৌ লেঠা। তোৰ সকলো ধন-সম্পত্তি বাজেয়াপ্ত হৈছে। ফুটা-কড়ি এটাতো এতিয়া তোৰ অধিকাৰ নাই। জৰী কিনিবলৈ ধন পাবি কত? চিন্তা নাই ধেণ্ডৰ! ৰজাঘৰৰ খৰছত ফাচি-চাং জোগাৰ হব। জৰীও বিনা খৰছতে পাবি।

ববফুকন। চন্দনমল! মোৰ ওচৰত তই
নউ কৰোতেই তোৰ জীৱন প্ৰাৰ্থনা
মাৰ্জ্জনা কৰিলো মই—দিলো জীৱদান।
তোৰ আৰু আমাৰ মনৰ
বুজি লবি ইয়াতেই পাৰ্থক্য কিমান।
কিন্তু তোৰ ভূমি-ধন, আছে যি সম্পত্তি
আধা তাৰ অমিয়ই পাব পুৰস্কাৰ।
বাকী আধা অৰ্থদণ্ড হই

জমা হব ৰাজভৰালত।

চন্দন। ঐ মোৰ কপাল! যদি সেয়েই হয় তেন্তে এই জীউটোকেনো মাৰি নিনিয়া কেলেই? জীউটো—তাকনো মাপ কৰাৰ আৱশ্যক কি? মাটি-বাৰী টকা-কড়ি যদি সোপাকেই নিলা—বাকী এৰিলা কি? মোৰ এই প্ৰাণটোকো আৰু নামাৰি ৰখাৰ একো আৱশ্যক নাই।

প্ৰতি। এই বেঙৰক তুমি অমিয়কুমাৰ!
পাৰিবানে দেখুৱাব অলপ করুণা?

অমিয়। বিচাৰ চৰাই আৰু ফুকনে আমাৰ
দয়া কৰি অৰ্থদণ্ড তুলি লয় যদি
পাম মই সঁচাকৈয়ে পৰম সন্তোষ।
যিজনে কৰিছে বিয়া
চন্দনৰ কন্যা পদুমীক
মই পাবলগা ভাগ দিম সিজনক।
আৰু আছে দুটা স্বৰ্ত কওঁ ভঙিপাতি:—
এই যে কৰিলো দয়া
সকলোৰে' লভিলে মাৰ্জ্জনা,
লাগিব চন্দনমলে বিনিময়ে তাৰ
গ্ৰহণ কৰিব আমাৰ কামৰূপী কৃষ্টি,
কামৰূপী ভাষা, কামৰূপী আচাৰ-বিচাৰ
মিলি যাব এক হই আমাৰ লগত।

লাগিব লগতে আৰু
লিখি দিব দানপত্র বিচাৰ-চৰাত
মৃত্যুৰ পিছত তাৰ
জী-জোঁৱায়েকে পাব সকলো সম্পত্তি।

বৰফুকন। এইখিনি কৰিবই লাগিব অৱশ্যে।
নকৰে যদিহে তাকো
প্রত্যাহাৰ কৰিম মাৰ্জ্জনা।

প্রতি। চন্দনমল! আছনে সম্মত?
আছে নেকি আৰু কিবা কবলগা তোৰ?

চন্দন। (বিৰক্তিৰে) খুছি—খুব খুছি।

প্রতি। কাকতী! লিখা এবে দান পত্র তনে।

চন্দন। দোহাই ধৰ্ম্মাৱতাৰ। মাপ কৰা। এতিয়া মই যাওঁ। মোৰ গা বৰ অসুখ। দানপত্র লেখি পঠিয়াই দিলে মই চহী কৰিম। ৰাম, ৰাম!

বৰফুকন। যাব পাৰ। কিন্তু চাবি। দানপত্রত দস্তখত দিবই লাগিব। [চন্দনমলৰ প্রস্থান।]

বৰফুকন। ডেকাফুকন। দয়া কৰি আজি তুমি
আমাৰ গৃহত গই কৰিলে ভোজন—

প্রতি। ডাঙৰীয়া! সেইবাবে বিচাৰিছো ক্ষমা।
এৰি অহা বন্ধু মোৰ আধৰুৱা কামে
ৰঙপুৰ নগৰত আছে বাটচাই।
সেইবাবে মাগিছো মেলানি

যাত্ৰা কৰোঁ এতিয়াই উজনিৰ ফালে।

বৰ ফুকন। সেইবাবে হলো মই পৰম দুঃখিত,
ইমানতে আজিলই হল সভা-ভঙ্গ।
অমিয়কুমাৰ!
সন্তুষ্ট কৰিবা এই বিশিষ্ট আলহী
যাৰ ওচৰত তুমি ঋণী আজীৱন।

[অমিয়, বসন্ত, নিৰঞ্জন, প্ৰতিভা, আৰু নিৰ্ম্মলাৰ বাহিৰে বৰফুকন প্ৰমুখ্যে সকলোৰে প্ৰস্থান।]

বসন্ত। মহা যোগ্যবান তুমি হেৰা ডাঙৰীয়া!
বিচক্ষণ জ্ঞান-বিদ্যা বুদ্ধি-কৌশলেৰে
মৃত্যুৰ মুখৰ পৰা সকুৱাই আনি
বন্ধু মোৰ আৰু মই দুজনকে আজি
দিলা দান সচাকৈয়ে নতুন জীৱন।
চন্দনক দিবলগা ৰূপ তিনি হাজাৰ
আনন্দেৰে দিছো মই খাটনিৰ বেচ।
গ্ৰহণ কৰি কৃতাৰ্থ কৰা দেৱ!

অমি। তদুপৰি এই বাবে দুই বন্ধু আমি
বন্ধা ৰলো আজীৱন প্ৰীতিৰ দোলেৰে
ৰম চিৰকৃতজ্ঞ হই।

প্ৰতি। সফল ব্ৰতত হয় যিবা তৃপ্তি-লাভ
তাৰ স'তে একোৰেই নহয় তুলনা।
দিছে মোক পুৰস্কাৰ কৃতকাৰ্য্যতাই

তোমাৰ মুক্তিতে মোৰ পৰম আনন্দ।
ধনৰ লালসা মোৰ কোনো দিনে নাই
সেয়ে তৃপ্তি—সেয়ে মোৰ খাটনিৰ বেচ।
দেখা হলে তুনাই আমাৰ
পাব আৰু অধিক চিনাকি।

বসন্ত। ডাঙৰীয়া। অনুৰোধ জনাও তুনাই—
নোহে খাটনিৰ মূল্য ক্ষুদ্র উপহাৰ।
স্মৃতি-চিন বুলি যেন আজিৰ দিনৰ
লোৱা তুমি এই ধন অনুগ্রহ কৰি।
অতি ক্ষুদ্র মূল্যহীন নিবেদন মোৰ
নকৰিবা ঘৃৰিবাৰ প্রত্যাখ্যান তুমি।

প্রতি। ইমানেই অনুনয় যদি
মাস্তি হলোঁ বাৰু মই লব পুৰস্কাৰ।
( অমিয়ক ) পাটৰ চেলেঙখনি গাত লই থকা
দিয়া যদি হাঁহি মুখে কৰিম গ্রহণ।

অমিয়। লোৱা দেৱ! দিছো মই আনন্দ মনেৰে।

প্রতি। (বসন্তক) তোমাৰ প্রীতিৰ চিন—
দিয়াচোন হাতখনি মোক
আঙুলিৰ পৰা লওঁ আঙঠী খহাই।
কতা? কোচাই নিলা যে হাত?
এই প্রীতি—এই দান দিবলই মোক
কোৱা তুমি আছানে সম্মত?

বসন্ত। এই আঙঠী—অতি সামান্য
লাজ লাগে দিবলই তাক।
প্ৰতি। একো লাজ নাই তাত—এয়ে মোৰ পণ
ৰাখিবা মনত তুমি
আঙঠীৰ বাদে আন একোকে নালাগে।
বসন্ত। নাভাবো মূল্যৰ কথা—আছে আন হেতু
সেইদেখি ই আঙঠী দিবলই টান।
সৱাতো অধিক দামী হীৰাৰ আঙঠি
ভাৰতৰ যতে নাথাকক, যি মূল্য নহক,
বিজ্ঞাপন চাই মই উলিয়াই বাছি
তাকেই তোমাক আনি কৰিম অৰ্পণ।
প্ৰতি। বুজিছো পেটৰ কথা নকলেও হব,
শুৱলা কথাৰে তুমি দানত পৰ্গত।
তুমিয়ে শিকালা মোক বৃত্তি ভিক্ষাৰীৰ,
এইবাৰ তুমিয়েই শিকালা তুনাই
ভিক্ষাৰীৰ নাই অভিৰুচি।
বসন্ত। ক্ষমা কৰা ডাঙৰীয়া! নাভাবা বিষম।
এই যে আঙঠী মোৰ প্ৰেয়সীৰ দান।
প্ৰিয়াৰ, আগত মই কৰিছো প্ৰতিজ্ঞা—
নোৱাৰোঁ আঙঠী এই
বেচিব, কৰিব দান, নতু হেৰুৱাব।
প্ৰতি। জানো মই কোনো বস্তু দিবলই হলেঁ

বহু লোকে এনেকুৱা দেখায় আপত্তি।
আজি মোৰ এই দান লবৰ কাৰণে
কিমান যোগ্যতা আছে
জনা হলে সেই কথা পত্নীয়ে তোমাৰ
—নোহে যদি জ্ঞানহীনা উন্মাদিনী তেওঁ
তিলমানো নকৰে বেজাৰ।
একোকে নালাগে আৰু
এনেয়েই তৃপ্তি মোৰ।
আহো তেনে আমি।

[ প্ৰতিভা আৰু নিম্মলাৰ প্ৰস্থান। ]

অমিয়। বসন্ত! দিয়া বন্ধু আঙঠী তোমাৰ।
জানো মই মৰমৰ পত্নীয়ে তোমাৰ।
সোণৰ আঙঠী এই দিছে উপহাৰ,
গভীৰ প্ৰেমৰ তাত আছে নিদৰ্শন
সেইবাবে আপত্তি তোমাৰ।
কিন্তু বন্ধু!
সুঁৱৰি ই উপকাৰ আজিৰ দিনৰ
মোৰ মৰমৰ তুমি
নামানা নিষেধ যদি নোহে একো ক্ষতি।

বসন্ত। সচাঁ বন্ধু! উপকাৰীজনক আমাৰ
এনেভাবে পঠোৱাটো নহল উচিত।
নিৰঞ্জন! যোৱা, সোণকালে যোৱা,

লই যোৱা আঙঠিটো মোৰ
দিয়াগই মোৰ হই তুমি।
অমিয়ৰ ঘৰলই পাৰা যদি আৰু
আনিবা লগতে মাতি কৰি নিমন্ত্ৰণ।
যোৱা লৰালৰি কৰি ধৰাগই লগ।

[ আঙঠী লৈ নিৰঞ্জনৰ প্ৰস্থান।

বসন্ত। আঁহা বন্ধু! বলা তোমাৰ ঘৰলৈকে যাওঁ।
ৰংপুৰৰ মোৰ নতুন ঘৰলৈ উদ্দেশ্য কৰি কালি পুৱাতে
দুয়োজনে উষা-যাত্ৰা কৰি নাও মেলিম।

[ দুযাবো প্ৰস্থান।

---

# দ্বিতীয় দৰ্শন

## গুৱাহাটী—আলিবাট

[ ডেকাফুকনবেশী প্ৰতিভা আৰু কাকতীবেশী নিৰ্ম্মলাৰ প্ৰবেশ। ]

প্ৰতিভা। চন্দনমলৰ ঘৰটো কেনি সোণকালে অনুসন্ধান কৰ' নিৰ্ম্মলী! তাক এই দানপত্ৰখন দেখুৱাই চহী এটা লবি বুজিছ? আজি সন্ধিয়াতে আমি গুৱাহাটী এৰিব লাগিব। স্বামী গৈ পোৱাৰ এদিন আগতেই আমি

ৰংপুৰ পোৱাৰ আৱশ্যক। কি কৱ? দানপত্ৰখন দেখি দিবাকৰ আৰু পদুমীয়ে বৰ ভালপাব নহয়নে?

নিৰ্ম্মলা। কব লাগিছেনে, বাইদেউ! ইয়াতকৈ আনন্দৰ কথা আৰু কি হব পাৰে? গাখীৰতে যে মহৰ খুটী!

[ নিৰঞ্জনৰ প্ৰবেশ ৮ ]

নিৰ। হেঁৰি—হেঁৰি ডাঙৰীয়াসকল! এখন্তেক ৰওকচোন দয়া কৰি। উঃ ভাল ধৰিলোঁহি—গৈছিলেই। আমাৰ বন্ধু বসন্তকুমাৰে ভাবিচিন্তি তেওঁৰ আঙঠীটো মোৰ হাতত্তে পঠাই দিছে। এয়া লওক। মোৰ আগত আপোনা-লোকক অনুৰোধ কৰিবলৈ কৈ পঠাইছে—আজি নিশা যেন সাউদ অমিয়কুমাৰৰ ঘৰতে খোৱা-মেলা কৰে। দহোকুৰি, নিমন্ত্ৰণ গ্ৰহণ কৰক ডাঙৰীয়াসকল!

প্ৰতি। তেনে কৰাটো অসম্ভৱ। তোমাৰ বন্ধুক কবাগৈ—মই এই দান গ্ৰহণ কৰি ধন্যবাদ জনাইছো। ভাত-পানী খাই আলম-পলম কৰি যাবলৈ আমাৰ অলপো আহৰি নাই বুলি 'কবা। আৰু ৰবা, তোমাক লগপালো ভালেই হল। তুমি মোৰ এই সহকাৰীজনক চন্দনমলৰ ঘৰ কেনি দেখুৱাই দি যাব পাৰিবানে?

নিৰ। পাৰিম ডাঙৰীয়া! এতিয়াই দেখুৱাই দিমগৈ। সৌ চাৰি-আলিৰ মূৰতেই সেই বুঢ়া-লাপুঙৰ ঘৰ।

নিৰ্ম্মলা। তেন্তে আপুনি দুখোজমান আগবাঢ়ক। মই এখেতক গুপুত কথা এটা কৈয়েই আপোনাক লগ ধৰিমগৈ।

নিৰ। ভাল, ভাল, নমস্কাৰ।

[ প্ৰস্থান। ]

প্ৰতি। কি কথা অ, নিৰ্ম্মলী ?

নিৰ্ম্ম। বাইদেউ! ময়ো মোৰ স্বামীৰ পৰা আঙঠীটো সৰকাবলৈ এটা সুযোগ ওলাইছে। এবাৰ চেষ্টা কৰি চাওঁ, কি বোলা ? হওতে তেৱোঁ সেই আঙঠী আন কাকো নিদিও বুলি শপত খাই থৈছে। গোটেই জীৱন হেনো তেওঁৰ হাততেই থাকিব। দেখা যাওকচোন, কৰ পানী কলৈ যায়।

প্ৰতিভা। তই পাৰিবি বুলি মোৰ মনে ধৰে নিৰ্ম্মলী! এই আঙঠী দুটা লৈয়েই আমি বেছ ৰং-ৰহইছ কৰিব পাৰিম। দুই মহাপুৰুষেই আমাৰ আগত কত শপত-শাতি খাই কৰ যে আঙঠী মতা-মানুহকহে দিছে—কোনো তিৰোতাক দিয়া নাই। আমিও তৰ্ক কৰিম—'ওহো, নামানো। নিশ্চয় কোনো গাভৰুকহে দিছে তাত ভুল নাই।' ব্ৰা এতিয়া, সোণকালে কামফেৰা কৰি আহগৈ। জানই নহয়, কোনখিনিত তোলৈ মই বাট চাই ৰম। ব্ৰা।

[ দুয়োৰে দুফালে প্ৰস্থান। ]

—: ঐক্যতান :—

# পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

### ৰংপুৰ—প্ৰতিভাৰ ফুলনি

[ দিবাকৰ আৰু পদুমী । ]

দিবা। চোৱা প্ৰিয়ে ! আকাশত পূৰ্ণিমাৰ জোন !
ৰূপহ জোনাক বাতি শীতল মধুৰ ।
মন্দ মন্দ মৃদুগন্ধ বয় সমীৰণ,
তৰুৰে চুমিছে লতা, লতাই পল্লৱ ।
এনুৱা জোনালি নিশা তাহানি এদিন
দ্বাৰকাৰ পৰা আহি কোঁৱৰ অনিৰুদ্ধ
পশিছিল অগ্নিগড় বাণ-ৰাজধানী,
ৰূপহীৰ মন্দিৰাত হল অৱৰুদ্ধ।
পদুমী। এনুৱা জোনালি নিশা তাহানি এদিন
নিয়ৰত তিতি থকা কুণ্ডিল-কূলত,
দ্বাৰকাপতিৰ ৰথ দেখি অদূৰত
শিশুমতি শিশুপাল পলাল ভয়ত।
দিবা। এনুৱা জোনালি নিশা তাহানি এদিন
সমুদ্ৰ তীৰত বহি শ্ৰীৰামচন্দ্ৰই
কেচুৱা লৰাক দৰে মাতিলে বিনাই—
'আদৰিণী প্ৰিয়া মোৰ জনকনন্দিনী !

আঁহা প্ৰিয়ে! আহা ঘূৰি মোৰ বুকুলই,
যাওঁ পুনু জন্মভূমি অযোধ্যাৰ ফালে।

পদ্ম। এনুৱা জোনালি নিশা তাহানি এদিন
মৰিও জীৱন পোৱা কামক স্মৰি
ৰতিয়ে যৌৱন লাভ কৰিলে শুনাই!

দিবা। এনুৱা জোনালি নিশা তাহানি এদিন
চন্দন-নন্দিনী প্ৰিয়া পদ্মকুমাৰী
কুবেৰ পিতাৰ এৰি স্নেহময় কোলা
পতিৰ লগত কৰে প্ৰেম-অভিযান।

পদ্ম। তেনুৱা জোনালি নিশা পুনু দিবাকৰে
কথাৰে মজালে হিয়া লুব্ধা প্ৰেমিকাৰ
ভালপাওঁ বুলি খালে শপত ঘনাই।
মউসনা বৰ্তমানে কলে মিঠা কথা
প্ৰকৃততে নোহে সঁচা আখৰ এটিও।

দিবা। এনুৱা জোনালি নিশা ৰূপহী পদ্মমী
প্ৰেমিকৰ যাচি দিয়া প্ৰেম-নিবেদন
ছলনাৰে বহুবাৰ কৰে প্ৰত্যাখ্যান।
ইমানতো দিবাকৰে ধৰা নাই দোষ
কৰা নাই অভিমান ক্ষমিছে প্ৰিয়াক।

পদ্ম। নহা হলে কোনো জন এই ঠাইলৈ
নিশাৰ কথাকে কই যুক্তি তৰ্ক কৰি
ভালদৰে ঘটুৱাব পাৰিলোহেঁতেন।

সেয়া, শুনিছো ভৰিৰ খোজ—আহিছে কোনোবা।

দিবা। এই গভীৰ ৰাতি কোন আহিছ ?

নেপথ্যত কেৰপাই। বন্ধু—দৌতা, বন্ধু! [কেৰপাইৰ প্ৰৱেশ।]

দিবা। কোন বন্ধু ওলালিহি অ'? নাম কি? থাক কত? ক।

কেৰ। মোৰ নাম কেৰপাই দৌতা! থাকো ৰাতি হলে চেৰপাইত, দিনত হলে মাটিত। আমাৰ পৰ্ভিতা-আইদেউৰ বুঢ়া লগুৱা মই। এটা শুভ-সমাচাৰ আনিছো দৌতা! কালিলৈ পুৱা কাউৰ-কুকুৰ উঠাৰ আগতে হেনো আইদেউ ৰংপুৰ পাবহি। বিয়াখনৰ ফল মঙলজনক হবলৈ বুলি তেওঁ তীৰ্থই তীৰ্থই ঘূৰি ঘিউচাকি দি দান-দখিনা কৰি ফুৰিছে নহয়।

দিবা। তেওঁৰ লগত আৰু কোন আহিব ?

কেৰ। শুনিছো বোলে এজন সাধু-ভকত আৰু নিৰ্ম্মলী আইদেউ। বৰ ভাল হল দৌতা! বৰ ভাল হল। বোপা-দৌতাও বোলে ঘূৰি আহিবৰ হৈছে।

দিবা। কত্তা, আমিতো একো সংবাদ পোৱা নাই। বলা পদুমী! ভিতৰলৈ যাওঁ। ঘৰৰ গিৰিহঁতনীক যোগ্য সমাদৰ দেখুৱাব লাগিব। [মেমেৰাৰ প্ৰৱেশ।]

মেমে। কোন আছ অ'? বোলো ইয়াত কোন আছহঁক ?

কেৰ। কি লাগে তোক ?

মেমে। বোলো হেৰা! আমাৰ দিবাকৰ দেউতা আৰু পদুমী

আইটীক দেখিছিলানে ? বোলো শুনিছানে মাই ?

কেৱ। এইপাট কৰপৰা আহি আটাহ্ পাৰি মৰিছে ঔ ?

দিবা। মেমেৰা ! আমি ইয়াতে আছো।

মেমে। ইয়াতে আছা নেকি ? কত ? কোনফালে ?

কেৱ। কটা কুকুৰীকণা নেকি ঔ ?

দিবা। মেমেৰা ! ক কি লাগে ?

মেমে। আমাৰ দেউতাৰ চিঠি আহিছে। চিঠি বুলি কলে আকৌ ভুলেই হব। ভাল বতৰাৰ বৰ ডাঙৰ টোপোলা এটা বুলিলেও হয়। দেউতা ৰাতিপুৱাই পাবহি। মই যাওঁহে। বাঁহৰ আগত ভেকুলী নাচে, আমাৰ দেউতা আহি পাবলৈ এৰাতি আছে।

[ প্ৰস্থান। ]

দিবা। কেৱপাই! তয়ো যা। ঘৰত থকা সকলোকে তোৰ গৰাকিয়নী উলটি অহাৰ বাতৰি দেগৈ। যা, গায়ন-বায়ন কেই যোৰাকো খবৰ দিবি। গান-বাজনা সঙ্গীত সৌভত ৰংপুৰৰ আকাশ মুখৰিত হৈ পৰক। আজি ৰাতিৰ পৰাই উৎসৱ আৰম্ভ।

কেৱ। মই তেনে আহিলো দৌতা ! সেই মণিপুৰীয়া নাচনীজনীকো খবৰ দিম নেকি ?

দিবা। দিবিতো নিশ্চয় দিবি। যা। [ কেৱপাইৰ প্ৰস্থান। ]

এই কাননৰ যেন নিৰ্জন তীৰত
শীতল জোনাক শোৱে মায়া আবেশত।

ইয়াতেই বহি যেন আমি দুয়ো জন
এৰি দিম মন-প্ৰাণ সঙ্গীত সোঁতত।
সাজিব মোহিনী বেশে সুৰ-তৰঙ্গিনী
দিশে দিশে নৱ ছন্দ হব হিল্লোলিত।
মুখ তুলি চোৱা প্ৰিয়ে! ওপৰৰ কালে
আকাশত লাখ লাখ তৰাৰ দীপালি।
জলি ওঠে লাখ লাখ সোণৰ কণিকা,
যেন তাৰ মাজে মাজে বহি ৰঙমনে
একোজনী অপেস্বৰা ভুৱনমোহিনী
বীণা বাই গান গায় সুললিত তানে।
আকাশ পৃথিৱী যেন নাই ব্যৱধান—
মিলি গল একে ছন্দ একেটা সুৰত।
হিয়াৰ মাজত আছে অমৰ আতমা,
আতমা-তন্ত্ৰীত সেই জগত-যন্ত্ৰীৰ
সনাতন এই সুৰ বাজে চিৰ দিন।
পাপেতাপে ভৰা এই পৃথিৱী আমাৰ
ভোল গই থাকে মন অহৰ্নিশে তাত,
সেইবাবে মাথোঁ হায় নপৰে কাণত
সৰগৰ অমৰ সঙ্গীত।

[ গায়ন, বায়ন, বাদ্যকৰ, মণিপুৰী বাইজী আদিৰ প্ৰৱেশ। ]

আঁহা আঁহা বাদ্যকৰ গায়ন-বায়ন!
কলকণ্ঠে তোলা সবে আনন্দৰ তান।

আকাশ-বতাহ ভেদি উঠক ঝঙ্কাৰ
গৃহবাণী প্ৰতিভাৰ আগমনী গান
শুভমন্ত্ৰ শিৱময় হক যাত্ৰা-পথ।
আঁহা। [ সকলোৱে প্ৰস্থান। ]

## পট-পৰিবৰ্ত্তন

### সুসজ্জিত কক্ষ

[ বাদ্যকৰসকলৰ বিবিধ গান-বাজনা। এজনে তলত দিয়া গীতটি গায়। তাৰ চেৱে চেৱে মণিপুৰী বাঈজী মেনকাৰ '**উৰ্ব্বশী নৃত্য**'।

### গীত

বহাগী লুইতৰ বিহুৱালি সুতিত
বাই কি সোণৰে ভুৰ ;—
জিলমিল পানীৰে আহিলা নামি
সপোন-সখীটী মোৰ !
ঘামিজামি আহিলা প্ৰিয়া !
লাহুৰী মোৰ কুমলীয়া,
বঠে চৰালে মুখৰে লাহ
বতাহে পেলালে জুৰ,
জিলমিল পানীৰে আহিলা নামি
সপোন-সখীটী মোৰ !

চপালা নাও মোৰে ঘাটত
মোৰে পৰাণৰ বিজন পাৰত:
বিহুৱতী চৰায়ে বিহুৱালি বনত
লগাই দিলে বিহু সুৰ—
জিলমিল পানীৰে আহিলা নামি
সপোন-সখীটো মোৰ !

---

## দ্বিতীয় দর্শন

### লতা মণ্ডপ

নেপথ্যত বাদ্য-যন্ত্র বাজি আছে। দিবাকৰ আৰু পদুমীৰ ধীৰে ধীৰে প্ৰৱেশ।

পদুমী। সুললিত সঙ্গীতৰ সম্মোহিনী সুৰে
হৰি নিলে মতলীয়া মন-প্ৰাণ মোৰ।
দিবা। চিত্ত তব অন্তৰ্মুখী ভাব-ৰস-গ্ৰাহী
সেইবাবে হলা তুমি সঙ্গীত-মুগুধা।
পশুজগতৰ ফালে চোৱাচোঁ এবাৰ—
নিৰ্দ্দয় নিষ্ঠুৰ অতি হিংস্ৰ বনচৰ
চপল চঞ্চল মতি নাজানে সংযম
হিংসা দ্বেষ নিষ্ঠুৰতা চিৰলগৰীয়া
তেজ লাগে, মাংস লাগে, ৰাক্ষসৰ দৰে

সেই পশুৰেও যদি শুনে বংশীধ্বনি
বৰ্ব্বৰতা নিৰ্ম্মমতা কৰি পৰিহাৰ
থিয় হই একেথৰে শুনে কাণ পাতি।
ইমানেই সঙ্গীতৰ সম্মোহিনী সুৰ
বনৰ দুৰ্দ্দান্ত পশু হয় যাৰ বশ।
কালান্তক যম প্ৰায় দয়ামায়াহীন,
অঘাসুৰ বকাসুৰ কংস-অনুচৰে
কানুৰ মোহন বেণু শুনিলে যেতিয়া
ক্ষন্তেক থিয় দি বল কৰ্ত্তব্য পাহৰি
যমুনা-তীৰৰ সেই বিৰিন্দাবনত।
এনে হেন সুললিত গীতৰ লয়ত
যি মানৱ কদাপিতো নোহে মতলীয়া,
নাই যাৰ অন্তৰত গানৰ ঝঙ্কাৰ
মানৱ নহয় তেওঁ জানিবা ৰাক্ষস।
ক্রূৰ, দস্যু, প্ৰৱঞ্চক কিম্বা হত্যাকাৰী,
এনেকুৱা মহাপাপ নাই জগতত
সেইজনে সহজতে কৰিব নোৱাৰে।
সিজনৰ অন্তৰত জ্বলন্ত নৰক
'দয়াহীন মায়াহীন হয় সেই জন।
তেনেকুৱা' নিকৰুণ নৰ-ৰাক্ষসক
নকৰিবা, নকৰিবা কদাপি বিশ্বাস।
থাক এবে সেই কথা। আঁহা পুনু আমি

কাণ পাতি কৰোঁ পান সঙ্গীত-নিজৰা।

প্ৰস্থান। আন বাটেদি প্ৰতিভা আৰু নিৰ্ম্মলাৰ প্ৰৱেশ। ]

প্ৰতিভা। সউ যে জ্বলিছে বন্তি দেখোঁ ঝিণিঝিণি
পোহৰ কৰিছে সেয়ে মোৰেই খোটালি।
অকমানি বন্তিগছ দেখাত যদিও
কিন্তু তাৰে চাৰ্টো বাৰু পোহৰ কিমান।
মহত্ত্ব বিকশি উঠি দুষ্ট ধৰণীত
ইদৰেই দশোদিশ কৰে সমুজ্জ্বল।
নিৰ্ম্মলা। আছিল ইমান পৰ আকাশত জোন
নাছিল চকুত পৰা বন্তিৰ পোহৰ।
প্ৰতি। ইদৰেই পৃথিবীত ডাঙৰ গৌৰৱে
ম্লান কৰি ঢাকি ৰাখে সৰু গৌৰৱক।
ৰজা গই দেশ এৰি থাকিলে দূৰত
শোভা পায় সিংহাসনত ৰাজ-প্ৰতিনিধি;
ৰজা আহি ৰাজদণ্ড কৰিলে গ্ৰহণ—
সৰু নই যিবাদৰে মিলে জলধিত
মিলি যায় প্ৰতিনিধি, নাথাকে অস্তিত্ব।
শুনা সেয়া মধুৰ সঙ্গীত—
নিৰ্ম্ম। বাইদেউ! সেই গান তোমাৰে ঘৰত
তোমাৰেই আদৰণী অভ্যৰ্থনা হেতু।

প্ৰতি। নালাগে একোকে ভাল,
নাথাকে যদিহে তাত অন্তৰৰ যোগ;
তাতো পুনু সময়ৰ গুণ।
দিনত নুশুনি ভাল এনে মিঠা সুৰ;
এই গান—এই সুৰ নিশা গোৱা বাবে
বেছ ভাল লাগিছে কাণত।
নিৰ্ম্ম। গহীন নিজম নিশা—স্তব্ধতাই তাৰ
সানি দিছে সঙ্গীতত ইমান মাধুৰী!
প্ৰতি। কুলিৰ নিচিনা কৰি সুৰদি সুৰত
কাউৰীয়ে যদিবাও মিঠা মাতে গায়,
সেই গান কাণ পাতি নুশুনে কোনেও।
মুখত মোলান লই ৰাজহংস জাকে
দিন.দুপৰত যেবে কৰে খিকিন্দালি,
সেই সময়ত গোৱা কেতেকীৰ গানো
নুশুনি কদাপি ভাল—বেসুৰীয়া তাল।
সেইদৰে স্থান আৰু কাল প্ৰভাৱত
খ্যাতি পায় ধৰণীত খ্যাতিমন্ত জনে।
যক এবে সেই কথা বাৰু।
চাচোঁ সউ আকাশত ৰূপহী জোনাই
শহাটি বুকুত লই সুখে নিদ্ৰা যায়
. সহজতে যেন এই নেভাগে টোপনি।

[ দিৰাকৰ আৰু পদুমীৰ পুনৰ প্ৰৱেশ। ]

দিবা। শুনো কাৰ কণ্ঠস্বৰ সেয়া ?
নাই ভুল—ঠিক অনুমান
পৰিচিত কণ্ঠস্বৰ প্ৰতিভা দেৱীৰ।
প্ৰতি। (স্বগত)। চিনি পায় মোৰ কণ্ঠস্বৰ
যিবা দৰে অন্ধ নৰে ঘোৰ আন্ধাৰতো
চিনি পায় কোকিলক মাত শুনিলেই।
দিবা। স্বাগতম! দেৱী স্বাগতম!
প্ৰতি। কুশলৰ বাবে আমি স্বামী-দেৱতাৰ
তীৰ্থে তীৰ্থে মন্দিৰে মন্দিৰে
উলটিছো বহু ঠাই কৰি পৰ্য্যটন ;
দয়াময়ে দুজনৰে কৰক কল্যাণ।
দিবাকৰ! আহিছেনে তেওঁলোক ঘূৰি ?
দিবা। পালোঁ দেৱী, সুসংবাদ অলপ আগতে,
পুৱালই দুয়োজনে আহি পাব ঘৰ।
প্ৰতি। যা তেনে নিৰ্ম্মলী!
লগুৱা-লিগিৰী মোৰ আছে যতমানে
সকলোকে ভালদৰে, ৰাখিবি শিকাই,
তীৰ্থে তীৰ্থে ভ্ৰমণৰ কাহিনী আমাৰ
নকৰে কদাপি যেন কোনেও প্ৰকাশ।
দিবাকৰ! পত্নুমী!
তোমালোকো হবা সাৱধান
ভ্ৰমণৰ বিষয়ে আমাৰ

ঘূর্ণীক্ষৰে নিদিবা জানিব। [ নেপথ্যত ভেৰী. বাজে। ]

দিবা। দেৱী! দুৱাৰত স্বোৱামী তোমাৰ
তোৰণত তেওঁৰেই শুনা তূর্য্যধ্বনি।
নকৰিবা ভয় তুমি আমাৰ কাৰণে,
নোহো আমি কদাপিতো অযথা কথকী
গুপুত কাহিনী কতো নকৰোঁ প্ৰকাশ।

প্ৰতি। শেষ হয় আহে নিশা কৰো অনুমান।
নোহে যেন নিশাৰ পোহৰ
পুৱ ফালে দিলে ধল-ফাট।
মাৰ গলে ৰঙা বেলি অস্ত-অচলত
যেনেকুৱা ছায়াময় মলিন পোহৰ
ঠিক তেনেকুৱা এবে কৰোঁ অনুমান।

[ অমিয়, বসন্ত, নিৰঞ্জন, আৰু অনুচৰবিলাকৰ প্ৰৱেশ। ]

বসন্ত। ভয় নাই। অন্ধকাৰ পাতালপুৰিত
কটাম অনন্ত কাল পৰম আনন্দে
তুমি যদি থাকি তাত প্ৰিয়ে!
বন্তিৰূপে আন্ধাৰত বিলোৱা পোহৰ।

প্ৰতি। বন্তি লই তাত মই বিলাম পোহৰ,
কিন্তু নিজে—নোহো বন্তি লঘু স্বভাৱৰ
স্বামীয়ে গধুৰ বোজা লঘু তিৰোতাৰ
নোহে তেনে মোৰ স্বামী বসন্তকুমাৰ।
প্ৰিয়তম! বহুত দিনৰ অন্তে

লোৱা স্নেহ-সম্ভাষণ ঘৰত তোমাৰ।

বসন্ত। সেইবাবে ধন্যবাদ প্ৰিয়ে!
চোৱা, অহা নাই অকলই মই—
যাৰ ওচৰত মই ঋণী আজীৱন
বন্ধু মোৰ মহাপ্ৰাণ অমিয়কুমাৰ
এইজন সন্মানিত অতিথি আমাৰ।

প্ৰতি। শুনিছো এৱেই হেনো তোমাৰ কাৰণে
কষ্টেৰে ঋণৰ বোজা মুৰপাতি লই
অকৃত্ৰিম বন্ধুত্বৰ দিলে পৰিচয়।

অমিয়। সেই ঋণ হস্তে দেৱী! হল মুক্তিলাভ।

প্ৰতি। তুমি হেন দেৱতাৰ ভৰিৰ ধূলিৰে
পুণ্য লই ধন্য হল কুটিৰ আমাৰ।
প্ৰীতিভৰা সম্ভাষণ কৰিছো জ্ঞাপন,
প্ৰকাশৰ ভাষা নাই এই আনন্দৰ।

নিৰ (নিৰ্ম্মলাক)— মই শপত খাই কৈছো নিৰ্ম্মলা! তুমি মোক মিছাতেহে দোষ দিছা। ডেকাফুকনৰ কাকতীজনে নেবোপানী হৈ লাগি মোৰ পৰা নিলে। সেই কথাটোতে যদি তুমি ইমান বেজাৰ পাইছা তেন্তে সিয়েই নিপাত হব নহলে সেইটোৱেই তাৰ হাতৰ পৰা হেৰাব। বুজিছা?

প্ৰতি। কি হৈছে অ' নিৰ্ম্মলী? দেখিছো—ইয়াৰ ভিতৰতে এখন কুৰুক্ষেত্ৰ সৃষ্টি হবৰ উপক্ৰম হৈছে।

নিৰ। আঙঠী এটা নবৌ! আঙঠী এটা। সিও আকৌ বৰ বেছি দামৰ নহয়। সোণেই বা কিমান আছিল তাত? অৱশ্যে কটাৰীৰে তাত কেইটামান আখৰ কটা আছিল—"ভাল-পাবা মোক—কেতিয়াও নকৰিবা ত্যাগ।" এই আষাৰ কথা।

নিৰ্ম্ম। সোণৰ দাম বা তাত লিখা আখৰৰ কথা মই ধৰা নাই। সেইটো যেতিয়া দিছিলো তেতিয়া যে শপত খাই লৈছিলা সেই কথা পাহৰিলাই হবলা? জীৱন থাকে মানে আঙুলিত আঙঠী থাকিব বুলি কোৱা নাছিলা জানো? মোৰ কাৰণে নহলেও অন্ততঃ শপত ৰক্ষাৰ বাবে আঙঠীটো ৰখা উচিত নাছিলনে? 'কাকতীক দিছো!' ইহ! মোৰ আগত ৰং কৰলৈ আহিছে? কাক দিছা মই বুজাহে নাই? কাকতী নহয়—হব পাৰে কোনোৱা কাকতিয়নী। মুখত তাৰ দাড়ি-গোফ ঠুটিৱাই নাই—নহয়নে?

নিৰ। এতিয়া দাড়ি-গোফ নগজিব পাৰে—বয়স হলে গজিব।

নিৰ্ম্ম। ইহ শুন। মাইকী-ছোৱালীবো আকৌ কেতিয়াবা দাড়ি-গোফ গজিব? ৰং কৰলৈ আহিছে মোক?

নিৰ। শুনাহে, শুনা। বোলো মোৰ কথা বিশ্বাস কৰা। মই নিজ হাতে কাকতীক দিছো। দেখোতে লৰামতীয়া। ঠিক তোমাৰ সমানেই ওখ, চুটি-চাপৰ ঘুটমুটীয়া ডেকা-ফুকনৰ কাকতীজন। চটফটীয়া লৰা। অলপ দক্ষিণা

বিচাৰিলে। মোৰ সেই আঙঠী লাগে বুলি কলে—অকণ-
মান আঙঠী এটা! নিদিওঁ বুলিনো কওঁ কেনেকৈ?
এবাৰ নোৱাৰি দিলো। কি বৰ জগৰৰ কথাটো হল—
আপোনালোক সকলোৱেই বিচাৰ কৰকচোন।

প্ৰতি। মই কওঁ স্পষ্ট কথা—তোমাৰেই দোষ।
পত্নীৰ প্ৰথম দান—প্ৰীতি-উপহাৰ
তুচ্ছ জ্ঞান কৰি তুমি বিলালা আনক।
প্ৰেম-প্ৰীতি ভালপোৱা, শপতৰ কথা
সকলোকে সহজেতে পাহৰি পেলালা।
সিদৰে আঙঠী এটা চেনেহৰ দান
ময়ো দিছো ভক্তিভাবে মোৰ স্বোৱামীক।
লইছে শপত খাই—কিন্তু তেওঁ হলে
জানো মই, কদাপিতো নেৰিব আঙঠী।
ধুকপ বিশ্বাস মোৰ—পায়ো যদি তেওঁ
বিনিময়ে ধৰণীৰ যত সোণ-ধোন
তথাপিও আঙুলিত থাকিব আঙঠী।
বোপা নিৰঞ্জন! প্ৰকৃত নিষ্ঠুৰ তুমি
অকাৰণে মন-কষ্ট দিলা নিৰ্ম্মলাক।
হোৱা হলে মোৰ আজি দশা এনেকুৱা
বেজ্ঞাৰত উন্মাদিনী নহই নোৱাৰোঁ।

বসন্ত। (স্বগত) কটা গই হাতৰ আঙলি
থকা হলে৹ সুখ—কবলই পাৰিলোহেতেন

চোৰক দিওতে বাধা ৰাখিব আঙঠী
আঙুলিয়ে কটা গল মোৰ।

নিৰ। আগেয়ে ডেকাফুকনে দাদা বসন্তকুমাৰৰ হাতৰ আঙঠীটো খুজি নিলে। খুজি নিবলৈ অধিকাৰো তেওঁৰ আছিল। যেচেৰা কাকতিজনে কলম ঘঁহি ঘঁহি কাকত লিখি তাকে চাই আছিল। তেওঁ খুজিলে মোৰ আঙঠীটো। যেনে গৰাকী—তেনে অনুচৰ। দুইটিয়ে সমান। আঙঠীয়ো সমান। আঙঠীৰ বাহিৰে তেওঁলোকক আন একোকে নেলাগে।

প্ৰতি। কি শুনিছো মই!
তুমিও আঙঠী তাক দিলা প্ৰিয়তম?
মই দিয়া আঙঠীটো নিশ্চয় নহয়?

বসন্ত। অপৰাধী প্ৰিয়া মই তোমাৰ কাষত
মিছা মাতি নবঢ়াও সেই অপৰাধ।
চোৱা ই আঙুলি মোৰ—নাই সি আঙঠী
দি আহিছো দান।

প্ৰতি। আঙুলি আঙঠীহীন হ'ল যেনেকুৱা
সাৰহীন তেনেকুৱা লেবেলা সাদৰ।
অবিশ্বাসী হলা আজি তুমি
আৰু মই শয্যালই নাযাওঁ তোমাৰ।

নিৰ্ম্মলা। মোৰো সেয়ে কথা। তুমিও সেই আঙঠী দুনাই মোক দেখুৱাব নোৱাৰালৈকে—মোৰ ঘাৰাও তোমাৰ শয্যা

বৰ্জ্জিত। বুইছা ?

বসন্ত। প্ৰেয়সী প্ৰতিভা মোৰ !
তুমি যদি জানিলাহেতেন—
কাক দিছো আঙঠীটো মোৰ,
কিহৰ কাৰণে দিছো,
কিমান দুখেৰে দিছো—কেনে অনিচ্ছাৰে,
আঙঠী বিনা যে তেওঁ নলয় একোকে
বুজা হলে সেই কথা তুমি,
নকৰা কদাপি আজি এনে অসন্তোষ।

প্ৰতি। তুমিও সিদৰে যদি বুজিলাহেতেন—
সেই আঙঠীৰ গুণ, নতু মূল্য তাৰ,
বুজা হলে আৰু—
আধা মূল্য সিজনাৰ দিলে যি আঙঠী,
থকা হলে শপতৰ মূল্য,
নিদিলাহেতেন দান কদাপি আঙঠী।
সঠিক কথাকে মাথোঁ কলে নিৰ্ম্মলাই—
নিশ্চয় আঙঠী দিছা কোনো গাভৰুক।

বসন্ত। কওঁ সঁচা কথা প্ৰিয়ে! শপত তোমাৰ
গাভৰুক দিয়া নাই, দিছো ফুকনক।
বিচাৰত বিচক্ষণ নিপুণ বিদ্বান
ডেকা এজনক দিছো আঙঠী তোমাৰ।
দিছিলো তিনি হাজাৰ কণ—

মুছুলে হাতেৰে তাক—খুজিলে আঙঠী।
দিবলই অস্বীকাৰ কৰিলো যেতিয়া
উলটিল ঘৰলই বেজাৰ মনেৰে।
লাগিল মনত বেয়া তেনে ভাবে যোৱা।
প্ৰাণৰ বন্ধুক মোৰ যি জন যুৱকে
দিলেহি জীৱন দান দেৱতাৰ দৰে
খেদি দিলো সিজনাক তুচ্ছ জ্ঞান কৰি।
ভাবি চোৱা সেই কথা প্ৰিয়ে!
তাৰ পিছে বহু পৰ কৰি গুণাগথা—
অনিচ্ছাৰে আঙঠীটো দিলো পঠিয়াই।
প্ৰিয়তমে! অপৰাধ ক্ষমা কৰা মোৰ,
জ্বলি আছে বন্তি সউ—সাক্ষি অগ্নিদেৱ।
কব পাৰো এনে কথা মই—
সেই সময়ত তুমি থাকিলে কাষত
খুজি নি আঙঠী সেই ভিক্ষা কৰি মোক
নিজ হাতে যুৱকক দিলা হয় দান।

প্ৰতি। কদাপিতো তেনে জন খাটো ঈশ্বৰক—
নাহে যেন কেতিয়াও মোৰ কাষলই।
প্ৰণয়ৰ—মৰমৰ উপহাৰ মোৰ
স্বামীৰ হাতত থকা সোণৰ আঙঠী
হৰি নিব পাৰে যেয়ে—ভয় কৰোঁ তাক।
যি জনৰ তৃপ্তিৰ কাৰণে

প্ৰেম-প্ৰীতি, ভালপোৱা, প্ৰতিজ্ঞা-শপত
সকলো পাহৰি হলা দানত উদাৰ
নালাগে, নালাগে, নাথ! আহিব সিজন।
আহে যদি হম মই পৰম উদাৰ,
নাথাকিব পাৰে মোৰ অদেয় একোকে,
দেহ-মন—স্বামী-শয্যা—দিম মই দান।
এতিয়াও সিজনৰ লম পৰিচয়
সেইবাবে হবা তুমি অতি সাৱধান।
নেৰিবা, নেৰিবা মোক
দিনে-ৰাতি থাকিবা কাষত,
কদাপি যদিহে মোক এৰা অকলই,—
নাৰীত্ব, সম্ভ্ৰম মোৰ, ইজ্জত সম্মান,
যি সম্মান, যি নাৰীত্ব, আছে অনাঘ্ৰাত
নিৱেদিম্ সিজনক উপযাচি গই।
ৰচিম দুয়োৰো বাবে মিলন-শেতেলি।

নিৰ্ম্মলা। মোকো যদি অকলই এৰা, তেন্তে ময়ো সেই কাকতীকে লম। সাৱধান একা।

নিৰ। তাকেই কৰিবা মোৰ সোণ! কিন্তু হলে তেওঁক ভালকৈ লুকাই ৰাখিবা দেই।
যদিহে ধৰা পৰা তেন্তে তেওঁ লিখা কাপটোকে মাজতে দুছোৱা কৰি ভাঙি থম।

অমিয়। ই যে হায় দাম্পত্য কলহ!

মৰে হলো কাৰণ ইয়াৰ।
প্ৰতি। তুমি দেৱ! নাপাবা বেজাৰ।
আমাৰ মাজত হক যিমানে কাজিয়া
তোমাৰ কাৰণে এই আমাৰ ঘৰত
যথাযোগ্য আদৰৰ নহয় অভাৱ।
বসন্ত। ক্ষমা কৰা অপৰাধ প্ৰেয়সী প্ৰতিভা!
ইচ্ছাকৃত কেতিয়াও নোহে অপৰাধ।
সম্মুখত আছে এই প্ৰাণৰ বান্ধৱ
সকলোকে সাক্ষি ৰাখি মই
তুনাই শপত খাই কওঁ সত্য কথা।
চকুৱে চকুৱে চোৱা
হৰিণীৰ চকুৰে তোমাৰ।
প্ৰতি। চোৱা, ভাল কৰি চোৱা তুমি মোক।
কৰা যদি কথাত বিশ্বাস
কোৱাচোঁ শপত খাই—
'এনে কাম কেতিয়াও নকৰো তুনাই
প্ৰাণান্তেও চিৰকাল পালিম প্ৰতিজ্ঞা।'
অমিয়। দেৱী!
টকাৰ কাৰণে মোৰ প্ৰাণৰ বন্ধুৰ
বাখিছিলো বন্ধকত দেহ।
যি জনৰ বিদ্যা-বুদ্ধি জ্ঞান-কৰুণাত
ৰক্ষা পালে সেই দেহ মোৰ

সি জনক আঙঠী প্ৰদানি
অপৰাধী হল স্বামী তোমাৰ কাষত।
পুনৰায় বাক্য-দান কৰিছে বন্ধুৰে।
সত্য এই অঙ্গীকাৰ—ৰাখিম মৰ্য্যাদা
বদ্ধ হল চিত্ত মোৰ তোমাৰ কাষত
দায়ী মই হম সেইবাৰে।
স্বামীয়ে তোমাৰ দেৱী!
পুনৰ্ব্বাৰ অঙ্গীকাৰ নকৰে লঙ্ঘন।

প্ৰতি। বেছ কথা—তুমি দেৱ! থাকিলা স্বীকাৰ
এইটো আঙঠী দিয়া বন্ধুক তোমাৰ।
কই দিয়া—সিবাৰৰ দৰে যেন
অনাদৰ নকৰে ইয়াক।

অমি। লোৱা বন্ধু! দিছে এটা নতুন আঙঠী।
পুনৰাই কৰা তুমি পণ—
ৰাখিবা আঙঠী এই যাবজ্জীৱন।

বসন্ত। আশ্চৰ্য্য! আশ্চৰ্য্য বন্ধু! একেই আঙঠী
এই আঙঠীকে মই দিলো ফুকনক।

প্ৰতি। ফুকনেই দিছে মোক—দান ই আঙঠী।
ক্ষমা কৰা প্ৰিয়তম! তাৰ বিনিময়ে
স্থান দান কৰিছে শয্যাত।

নিৰ্ম্মলা। তুমিও মোক ক্ষমা কৰিবা নিৰঞ্জন! ফুকনৰ
কাকতীক মোৰ শয্যাত শুৱলে দি মেয়ো ভেওঁৰ পৰা

আঙঠীটো খুজি লৈছো। হোৱা, এইটো আঙঠী।
তোমাক আকৌ দিছো—এই বাবে নেহেকৰাবা একা।

নিৰঞ্জন। বিস্ময়ৰ কথা! কি আশ্চৰ্য্য! আমাক তেনেই
ভেৰা কৰি পেলালে। অদ্ভুত ৰহস্য। হে কামৰূপবাসিনী
মায়াবিনীসকল! তোমালোকৰ অসাধ্য একো নাই।

প্ৰীতি। নোহে ভয়—বিস্ময়ত হইছা অধীৰ।
চোৱা এই চিঠি—পঢ়িবা আজৰি পালে
নিজ হাতে লিখিছে মন্ত্ৰীয়ে।
এই চিঠিতেই পাবা—
ভাঙিপাতি লিখা আছে সকলো ৰহস্য।
বিচাৰক সেই যে ডেকাফুকন
ছদ্মবেশী তেৱেঁই প্ৰতিভা।
তেওঁৰে কাকতীজন শ্ৰীমতী নিৰ্ম্মলা।
সাক্ষি আছে এই দিবাকৰ বৰবৰা,
অলপ আগতে আমি পাইছোহি ঘৰ।
স্বাগতম মহামান্য অমিয়কুমাৰ!
দানবীৰ কামৰূপী বণিজ-কোঁৱৰ
অসমী-মাতৃৰ তুমি সুযোগ্য সন্তান।
তোমাৰো কাৰণে আছে শুভ সমাচাৰ
চোৱা এই পত্ৰ পঢ়ি লিখা আছে তাত;—
মালেৰে ভৰপূৰ বণিজৰ ডিঙা
নিৰাপদে পাইছেহি গুৱাহাটী ঘাট। —

অমি। মুখেৰে নোলায় ভাষা—এনে সৌভাগ্যত
হলো মই কণ্ঠহীন অতি আনন্দত।

বস। তুমিয়ে ফুকন সেই? আচৰিত কথা।
নোৱাৰিলো চিনকে ধৰিব।

নিৰ। আৰু তুমিয়েই সেই শ্ৰীমান কাকতী? মই গৰ্দ্ধভচন্দ্ৰই বাৰে বাৰে তোমাৰ মুখলৈ চালোহে চালো, কিন্তু হলে চিনি নাপালো। কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল।

বসন্ত। হে প্ৰিয় ফুকনদেৱ!
শয্যা মোৰ কৰিবা গ্ৰহণ।
নাথাকো যেতিয়া মই নিসঙ্কোচে তুমি
লভিবা প্ৰিয়াক মোৰ কাষতে তোমাৰ।

অমি। সাধু সাধু দেৱী!
শলাগৰ আনন্দৰ ভাষা নাই মোৰ।
তুমি মোক প্ৰণ দিলা—দিলা আজি ধন।
এই পত্ৰপাঠে মই বুজিব পাৰিছো
সকলো ডিঙাই মোৰ বণিজৰ পৰা
নিৰাপদে ধনে-ধানে আহিছে উলটি।

প্ৰতি। দিবাকৰ বৰবৰা! আনন্দ কৰা
কুশল প্ৰদান কৰি কাকতীয়ে মোৰ
তোমাকো যে কৰিব সন্তোষ।

নিৰ্ম্ম। কৰিম কুশল দান বিনাপ্ৰাপ্য লই।

তুমি আৰু পদুমীক দিছে দানপত্ৰ
চহী কৰি দিছে তাত বুঢ়া দেছুৱালী।
মৰিলে চন্দনমল
সকলো সম্পত্তি তাৰ ধন-জন-মাটি
তোমালোক দুজনেই হবা অধিকাৰী।

প্ৰতি। নিশা প্ৰায় শেষ হওঁ হওঁ
প্ৰথম কুকুৰা-ডাক পৰিছে কাণত
তোমালোকে বহু কথা সুধিবা নিশ্চয়।
বলা, ভিতৰত গই সকলো প্ৰশ্নৰে
যথাযোগ্য দিম সমিধান।

নিৰ। তথাস্তু, তথাস্তু নৰো! কিন্তু প্ৰথম প্ৰশ্নটো মোৰেই। নিশা এতিয়াও অলপ বাকী। নিৰ্ম্মলাও শুবলৈ যাবনে? নতু কালিলৈ পুনৰ ৰাতি নোহোৱালৈকে ইয়াতে বহি থাকিব? ৰাতি যদি পুৱাবই লাগে, দিন যদি আহিবই লাগে—তেন্তে সেই দিনটোৱে যেন আন্ধাৰক লগত লৈ আহে। সেই আন্ধাৰত মই কাকতীক লগত লৈ এঘুমটি মাৰিম। যোৱা কথা হৈ গল। এটা কথা হলে কৈ ৰাখো যিমান দিন মোৰ শৰীৰত প্ৰাণ থাকিব সমানদিন কালৈকো ভয় নকৰো। এক মাত্ৰ ভয়— শ্ৰীমতী নিৰ্ম্মলা দেৱীৰ এই [illegible] যেন চিৰকালে ৰক্ষা হয়।

আঁঠুকিকাপোৰ —

